

# স্মৃতিগ্ৰন্থ

নন্দ তালুকদাৰ



সম্পাদক

শ্ৰীভূপেন্দ্ৰ কুমাৰ বৰ্ম্মা

*Smriti Grantha, Nanda Talukdar.*

— A collection of biographical and critical essays on Nanda Talukdar by some eminent writers of Assam
Edited by Bhupendra Kumar Barma
Published by Smti Renuka Barma
Guwahati—1, December 1988 Price Rs 20 00 only.

প্ৰকাশিকা
শ্ৰীৰেণুকা বৰ্মা
গুৱাহাটী—১

প্ৰথম প্ৰকাশ
ডিচেম্বৰ, ১৯৮৮ চন
পুহ, ৫৪০ শকাব্দ

মূল্য—কুৰি টকা

ছপাশাল
বি ডি প্ৰেছ
গুৱাহাটী—৮

# অসম সাহিত্য সভাৰ সভাপতিৰ

## শুভেচ্ছা-বাণী

প্ৰতি,

**শ্ৰীযুত ভুপেন্দ্ৰ কুমাৰ বৰ্মা**
পাণ্ডু মহাবিদ্যালয়

প্ৰিয় শ্ৰীযুত বৰ্মা,

৺নন্দ তালুকদাৰৰ স্মৃতিত এখনি গ্ৰন্থ উলিয়াবলৈ লোৱাত আপোনালোকৰ এই প্ৰচেষ্টাৰ বাবে শুভেচ্ছা জনাইছো। বাতৰি কাকতৰ লগত জড়িত থকা কালতে ৺তালুকদাৰৰ লগত ঘনিষ্ঠ সম্পৰ্ক ঘটিছিল আৰু মানুহজনক জানিবৰ বাবে অপাৰ সুবিধা পাইছিলো। তেখেতৰ নিষ্ঠা আৰু সাধনাই তেখেতৰ প্ৰতি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিল। ৺তালুকদাৰৰ ব্যক্তিগত পুথি-ভঁৰালটোৱে আজিও তেখেতৰ সাধনাৰ প্ৰতিধ্বনি তুলি থাকে। এই পুথিভঁৰালটোৰ সংৰক্ষণেই ৺তালুকদাৰৰ স্মৃতি যোগাত্মক ভাৱে ৰক্ষা কৰিব বুলি ভাবো।

যিজনে বিশিষ্ট লোকসকলৰ স্মৃতি তৰ্পণ কৰি প্ৰবন্ধ লিখাটো নিজৰ পবিত্ৰ কৰ্ত্তব্য বুলি ভাবিছিল, আজি সেইজন লোকক আমি শ্ৰদ্ধাৰে সুঁৱৰিব লগীয়া হৈছে।

আপোনালোকৰ এই সজ প্ৰচেষ্টা সফল হওক—তাকেই কামনা কৰিছো। স্মৃতিগ্ৰন্থখনিয়ে ৺তালুকদাৰৰ সকলো দিশ সামৰি আমাৰ আগত মানুহজনৰ স্মৃতিক পূৰ্ণাঙ্গ ৰূপত দাঙি ধৰিব পাৰিব বুলি আশা কৰিলো।

পুনৰ শুভেচ্ছাৰে—

ইতি—

১২।১২।৮৮ ইং
গুৱাহাটী

**কীৰ্তিনাথ হাজৰিকা**

## সম্পাদকৰ এষাৰ

নন্দ তালুকদাৰৰ মৃত্যুৰ পিছতেই স্মৃতিগ্ৰন্থ এখন প্ৰকাশৰ আচনি লোৱা হৈছিল। জীৱনৰ আঠৈকুৰি বছৰৰ ডেওনা কোনো-মতে পাৰ হওঁতেই পৃথিবীৰ পৰা আকস্মিক দুৰ্ঘটনাৰ বলি হৈ নন্দ তালুকদাৰ আঁতৰি যাব লগা হ'ল। অথচ এইখিনি সময়তেই স্বৰচিত আৰু সম্পাদিত প্ৰায় এবুৰি চৈধ্যখন গ্ৰন্থ ভাষা জননীৰ বেদীত উচৰ্গা কৰি থৈ গৈছে। অসমৰ বহুতো সাহিত্য সংস্কৃতি-মূলক অনুষ্ঠানৰ লগতো তেওঁ জড়িত আছিল। সাহিত্য সেৱাক জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰা এই নীৰৱ সাধক গৰাকীৰ জীৱনা-লোচনা আৰু স্বীকৃতি প্ৰদানেই আছিল এই আচনিৰ উদ্দেশ্য।

তালুকদাৰে উনবিংশ শতিকাৰ অসমৰ সাহিত্য আৰু সাহিত্যিকৰ বিষয়ে গভীৰভাৱে অধ্যয়ন কৰি সেই শতিকাৰ অসমীয়া বৌদ্ধিক জীৱনৰ এখন ছবি ডাঙি ধৰিবৰ চেষ্টা কৰিছিল। অকল সেয়ে নহয় বৰ্ত্তমান শতিকাৰো ভালেখিনি তথ্যপূৰ্ণ সম্ভেদ তেওঁ নিজস্ব দৃষ্টিভঙ্গীৰে ডাঙি ধৰিছিল। অসমৰ বিশিষ্ট সাহিত্যিক সকলৰ লগতে সৰ্বস্তৰৰ সাহিত্যিকৰ লগত তেওঁ যোগাযোগ ৰাখি-ছিল, তথ্যপাতি সংগ্ৰহ কৰিছিল আৰু অসমীয়া সাহিত্যৰ এখন বিস্তৃত বুৰঞ্জী ৰচনাৰ আচনি হাতত লৈছিল। এনে সাধনাৰ সফল ৰূপায়নৰ সময় তালুকদাৰৰ নহ'ল।

যোৱা কেইবছৰমান বিশিষ্ট অসমীয়া সাহিত্যসেৱীৰ মৃত্যুৰ

লগে লগে বাতৰি কাকত, আলোচনীত তেওঁৰ জীৱন আৰু সাহিত্য কৰ্মৰ আলোচনা, যোৱা কেইবাবছৰো অসম সাহিত্য সভাৰ নিৰ্বাচিত সভাপতি গৰাকীৰ সাহিত্য সৃষ্টিৰ বিষয়ে সম্যক আলোচনা আৰু প্ৰতি বছৰে প্ৰকাশিত অসমীয়া গ্ৰন্থৰ এটি মূল্যায়ন দাঙি ধৰাটো তালুকদাৰৰ এটি পৰম্পৰাত পৰিণত হৈছিল। তালুকদাৰৰ পিছত জাতীয় সাহিত্যৰ এই বিশেষ দিশটো আৰু আন কোনেও সেই ধৰণে চৰ্চ্চা কৰা চকুত পৰা নাই। অসমীয়া সাহিত্য সম্পৰ্কে ইংৰাজীত ৰচনা কৰা তালুকদাৰৰ কেইটিমান প্ৰবন্ধও এই প্ৰসঙ্গত উল্লেখযোগ্য।

গ্ৰন্থ প্ৰকাশৰ বাবে বহু প্ৰবন্ধে প্ৰবন্ধবোৰ সংগ্ৰহ কৰা হ'ল। এই উদ্দেশ্যে এজন এজনকৈ কেইবাজনো লব্ধপ্ৰতিষ্ঠ প্ৰকাশকৰ কাষ চপা হ'ল। তেওঁলোকে উদ্দেশ্য ধৰাগিলেও। কিন্তু তিনি বছৰেও এটা নহয় এটা অজুহাতত গ্ৰন্থখনে প্ৰকাশৰ মুখ নেদেখিলে। শেষত কিদৰে প্ৰকাশকৰ পৰা পাণ্ডুলিপিখন লৈ অহা হ'ল সি এক অন্য ইতিহাস। ইমান দিনে প্ৰেছৰ ভূতৰ কথা শুনিছিলো—প্ৰকাশকৰ ভূতৰ কথা শুনা নাছিলো। সেইবোৰ যি হওঁক বাৰু শেষত ব্যক্তি-গত প্ৰচেষ্টাতেই কিতাপখন ছপা কৰাৰ সিদ্ধান্ত কৰিলো।

গ্ৰন্থখন ছপাৰ ক্ষেত্ৰত অধ্যাপক যোগেশ দাস, ড বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য, ড' প্ৰবীণ চন্দ্ৰ শৰ্মাৰ কথা শ্ৰদ্ধাৰে সুঁৱৰিব লাগিব। যিসকল লিখকে এই স্মৃতিগ্ৰন্থৰ বাবে অশেষ কষ্টেৰে প্ৰবন্ধ পাতি যুগুতাই দিছে তেওঁলোকৰ প্ৰতি কৃতজ্ঞতা জ্ঞাপন কৰিছো। পাণ্ডু মহাবিদ্যালয়ৰ ( অধ্যাপক সকল ) শশীকান্ত গোস্বামী, শ্ৰীনাথ বৰ্মন, চন্দ্ৰপ্ৰভা বৰুৱা, অনিতা তালুকদাৰ, ৰঞ্জিতা মেধি আদিয়ে আগ-বঢোৱা সহযোগৰ প্ৰতিও আমি কৃতজ্ঞ। আমাৰ পুৰণি ছাত্ৰ মতিউৰ ৰহমান আৰু ড প্ৰবীণ দাসক ইতো সিতো কৰি দিয়াৰ বাবে

আৰু বি ডি প্ৰেছৰ মালিক শ্ৰীবৰুণ দত্ত আৰু কৰ্মীবৃন্দলৈও কৃতজ্ঞতা জ্ঞাপন কৰিছো। তালুকদাৰৰ পত্নী শ্ৰীযুতা ইন্দিৰা তালুকদাৰ আৰু একমাত্ৰ পুত্ৰ শ্ৰীমৃণাল তালুকদাৰে সমলবোৰ যতনাই গ্ৰন্থখনি প্ৰকাশ কৰাত যিদৰে সহায় কৰিছে তাৰ বাবে তেওঁলোককো কৃতজ্ঞতা যাচিছোঁ। বেটুপাতৰ শিল্পী শ্ৰীবলীন্দ্ৰ কুমাৰ তালুকদাৰলৈও আমাৰ শুভেচ্ছা থাকিল।

যত্নৰ ত্ৰুটি নকৰা স্বত্বেও গ্ৰন্থখনিত কিছু ভুল হৈ গৈছে। তাৰ বাবে মাৰ্জনা বিচাৰি সহৃদয় অসমীয়া সাহিত্য প্ৰেমী ৰাইজলৈ গ্ৰন্থখনি আগবঢ়ালো।

১৬ ডিচেম্বৰ '৮৮ চন

শ্ৰীভূপেন্দ্ৰ কুমাৰ বৰ্মা
গুৱাহাটী-১

# সূচী পত্ৰ

+ + +



৺ নব তালুকদাৰ

জন্ম—২১ মে ১৯০২ চন

মৃত্যু—২৬ ফেব্ৰুৱাৰী ১৯৮৩ চন

# নন্দ তালুকদাৰৰ স্মৃতিত

## যোগেশ দাস

অধ্যাপক নন্দ তালুকদাৰ, সাহিত্যিক নন্দ তালুকদাৰ আৰু এজন ব্যক্তি ৰূপে নন্দ তালুকদাৰ—ইয়াৰ ভিতৰত কোনজন শ্ৰেষ্ঠ বুলি প্ৰশ্ন কৰিলে উত্তৰ দিয়া টান হৈ পৰে। এই কথাও লগতে স্মৰণত ৰখা ভাল যে তেওঁ অকালতে প্ৰাণ হেৰুৱালে; তেওঁৰ মাজত থকা ভালেমান সম্ভাৱনাই পৰিণত ৰূপ নাপালে। সেই বাবে নন্দ তালুকদাৰৰ বিষয়ে কৰা আলোচনা এনেয়েও অসম্পূৰ্ণ হৈ ৰ'বলৈ বাধ্য।

আন এটা কথা প্ৰথমতেই স্বীকাৰ কৰি থোৱা ভাল হব: নন্দ তালুকদাৰ আমাৰ এজন অতি প্ৰিয় ছাত্ৰ আছিল; তেওঁৰ পৰিয়ালৰ সৈতে আমাৰ এটা ঘৰুৱা সম্বন্ধ আছিল, যিটো এতিয়াও আছে; বহুত বিপদতে তেওঁ আমাক উপযাচি সহায় ক'ৰবলৈ আগবাঢ়ি আহিছিল—কিতাপ পত্ৰ বা তথ্যপাতি বিচাৰি দিয়া, অসুখ বিসুখত অশেষ কষ্ট স্বীকাৰ কৰি সকাহ দিয়া, নানান সাংসাৰিক লেঠা জঞ্জাল চম্ভালাত সহায় কৰা ইত্যাদি বহু কথাতে তেওঁ আমাক এজন আপুন দৰেই সেৱা কৰিছিল। এইবিলাক কাৰণতে তেওঁৰ বিষয়ে আমি কৰা বিচাৰ ভালেখিনি স্বাৰ্থ জড়িত হোৱাৰ আশংকা আছে। সেইটো হলেও আমি আশ্বস্ত হওঁ যে তেনে কিছু নহয় কিছু স্বাৰ্থ জড়িত নোহোৱা মানৱীয় সম্পৰ্কনো কাৰ আছে? তেওঁ এবাৰ এখন পুথি লেখি আমাৰ ওচৰলৈ এটা প্ৰস্তাৱত সন্মতি বিচাৰি আহিছিল: উৰ্মি পাতত হেম বৰুৱা, যোগেশ দাস, নন্দ তালুকদাৰ—এই তিনিটা নাম সংযুক্ত হৈ থাকক; সন্মতি দিব নোৱাৰিলোঁ। আনহাতে

তেওঁৰ এই প্ৰস্তাৱে আমাৰ তিনিজনৰ মধুৰ তথা ঘনিষ্ঠ সম্পৰ্কৰ কথাটো প্ৰকট কৰি তুলিছে। আমি ৰেলেগতীয়া হৈ থকা তিনিজন ককাই-ভাইৰ দৰেই এটা অবিচ্ছিন্ন ঘৰুৱা সম্পৰ্ক ৰক্ষা কৰি চলিছিলোঁ। এই সম্পৰ্কই যদি আমাৰ পৰস্পৰৰ মাজত বিচাৰ কৰাত ৰাধাৰ সৃষ্টি কৰে তেন্তে উপায় নাই।

এজন মানুহ হিচাবে নন্দ তালুকদাৰ আছিল অত্যন্ত কষ্ট-সহিষ্ণু কৰ্তব্যত নিষ্ঠাবান, আত্মনিৰ্ভৰশীল, সাহিত্য সেৱাত ঐকান্তিক আৰু ৰস গ্ৰহণক্ষম। এই গুণাৱলী আমি ব্যক্তিগত অভিজ্ঞতাৰ পৰাই কৈছোঁ। সৰভোগৰ কাষৰীয়া ভেৰভেৰী গাঁৱত থকা তেওঁৰ ঘৰখন অৱস্থাপন্নই আছিল। তথাপি সকতেই পিতৃবিয়োগ ঘটাত তেওঁ উচ্চ শিক্ষা লভিবলৈ গুৱাহাটীলৈ আহি চাকৰিত সোমাইহে তাক সম্পাদন কৰিবলৈ লৈছিল। লগে লগে গাঁৱৰ ঘৰখনৰ মাটী-বাৰীৰ তদাৰক কৰা আদিও চলাই গৈছিল। আমি জনাত তেওঁৰ জীৱনৰ শেষলৈকে এই কাম গুৱাহাটীৰ পৰা গৈ গৈ কৰি আছিল। পুত্ৰ শৰণীয়া অঞ্চলত ঘৰ কৰি থাক আৰু তাৰেকক চিৰকাললৈ গাঁৱৰ পৰা লৈ অহাৰ আগলৈকে তেওঁ শিলপুখুৰীৰ ভেৰোণীয়া ঘৰতে অকলে ৰান্ধি-বাঢ়ি খাই চাকৰিও কৰিছিল আৰু কলেজতো পঢ়িছিল। এই বিলাক তেওঁৰ কষ্টসহিষ্ণুতাৰ কিছুমান দৃষ্টান্ত যি ধৰণৰ দৃষ্টান্ত আৰু বহুত আছে। তাৰে এটা হৈছে সামাজিক সম্পৰ্ক ৰক্ষা কৰাৰ উপৰি তেওঁ ব্যক্তিগত সম্পৰ্ক ৰক্ষা কৰাটো নিত্য নৈমিত্তিক কৰ্তব্যৰ ভিতৰত ধৰিছিল। সেৱা-মিটিং বিয়া-সবাহত উপস্থিত থকাটো কৰ্তব্য কৰি লৈছিল—লৈগ স্তোনীও পঢ়ুৱাবলৈ বাধ লাগে বুলি কোনোখন ৰাজহুৱা সভাত হয়তো দেখাটো হ'লেও কি লৈছিল। দূৰ-দূৰণিত বিয়পি থকা আত্মী-স্বজনৰ ওচৰলৈ গৈ থকাটোও পৰিয়ালৰ কাৰণৰ পৰা যেনেই এটা নিয়ম কৰি লৈছিল। আমাৰ মিচিলা বন্ধু-বান্ধৱ সকলৈকো তেওঁ নিয়মীয়াকৈ পাক একোটা মাৰিছিল। বিয়েত জন

সহায় কৰি দিছিল—প্ৰবন্ধপাতি সংগ্ৰহ কৰা, আহিকাকত শুধৰাই দিয়া, ছপাশালৰ সৈতে সংযোগ ৰক্ষা কৰা আদি কামত। কিন্তু তেওঁৰ ভাগ্যত হলে পুথিখনৰ কপি এটিও নপৰিল। তেওঁ প্ৰুফ চাওঁতে সংগ্ৰহ কৰি ৰখা ফৰ্মাবোৰকে শেষত দপ্তৰীৰ কাৰখানাত বন্ধোৱাই পুথিখনৰ গৰাকী হৈছিল। ইয়াৰ বাবে হলে তেওঁ কাকো দোষ দিয়া নাছিল, বৰং গোটেই ঘটনাটো আমোদেৰেহে বৰ্ণনা কৰিছিল—সেই আমোদ যদি অপমান সমালোচনা তেন্তে সেইটো বেলেগ কথা। ওপৰত নন্দ তালুকদাৰৰ ৰস গ্ৰহণ ক্ষমতাৰ উল্লেখ কৰি অহা হৈছে। এই বিষয়তো আমি মনত পৰা উদাহৰণবিলাক লিপিবদ্ধ কৰাৰ পৰা বিৰত থাকিলোঁ। কিয়নো সেইবিলাক ৰাজহুৱাকৈ প্ৰকাশ কৰিলে তেওঁৰ প্ৰতি অন্যায় কৰা হব। কেতিয়াবা আত্মীয় স্বজনৰ ক্ৰটী-বিচ্যুতিক লৈ ঠাট্টা কৰিছিল। এনে কথানো লিখা যায় কেনেকৈ? কিন্তু নিশ্চয়কৈ কব পাৰি যে তেওঁৰ মাজত এজন ৰসিক আছিল, যিজনে সাহিত্যৰ বৰ্ণনাৰ পৰা যেনেকৈ ৰস গ্ৰহণ কৰিব পাৰিছিল তেনেকৈ জীৱনৰ পৰাও ৰস গ্ৰহণ কৰিব পাৰিছিল। মাকৰ (শ্ৰীযুতা মাখো তালুকদাৰ) বিষয়ে তেওঁ কৰা মন্তব্য এটা অৱশ্যে নমুনা হিচাপে উল্লেখ কৰিব পাৰি। মাক বৰপেটা সত্ৰৰ জীয়াৰী। গুৱাহাটীতো এটা নামঘৰৰ নিয়মীয়া সভ্যা। নাম ঘৰটো পুতেকে আইৰ ক্লাৱ বুলি অভিহিত কৰিছিল। সেই নাম ঘৰলৈ যোৱা কোনো মহিলা ঘৰলৈ আহিলে কৈছিল—আইৰ ক্লাৱৰ মেম্বাৰ! ব্যক্তি ৰূপে নন্দ তালুকদাৰৰ গুণাৱলী অকল আমাৰ পক্ষে কৈ শেষ কৰা সম্ভৱ নহয়। তেওঁৰ পত্নী শ্ৰীমতী ইন্দিৰা (ইভা) তালুকদাৰে নিশ্চয় ইয়াতকৈ বহুত বেছি কথা কব পাৰিব—পিৰ উক্ত কৰি ৰখাৰ বাবে কেনেকৈ নানান বাধা নিষেধ কৰিছিল সেই কথা ইভাৰ মুখে বহুবাৰেই শুনি আছিলোঁ। পিতৃ আৰু অভিভাৱক ৰূপে পুত্ৰ শ্ৰীমান অনুপ (মৃণাল তালুকদাৰ) আৰু কন্যা

শ্ৰীমতী মৈত্ৰেয়ীয়ে (ভণ্টি) বহুত স্মৃতিৰেই জীৱনত বহন কৰি নিজ ঘিবোৰৰ দ্বাৰা দেউতাকে তেওঁলোকক একোজন সৎ নাগৰিক ৰূপে গঢ় দিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল।

সাহিত্যিক ৰূপেই নিশ্চয় নন্দ তালুকদাৰ অসমৰ সমাজত চিৰজীৱি হৈ থাকিব। আজিৰ পাঠক সমাজক তেওঁৰ ৰচনাৱলীৰ বিষয়ে বিতংকৈ কোৱাৰ প্ৰয়োজন নাই। জীৱনী লিখক ৰূপেই তেওঁ অধিক জনাজাত আছিল। অসমৰ কোনো শিল্পী সাহিত্যিকৰ জীৱনাৱসান হলেই বাতৰি কাকতত নন্দ তালুকদাৰৰ এটি লেখা ওলাব .. য'ত সংশ্লিষ্ট ব্যক্তি জন সম্পৰ্কে পুংখানুপুংখ ৰূপে বা বাতৰি থাকে—এনে এটি আশা আমি প্ৰায়েই কৰা হৈছিলোঁ। এই কামত তেওঁৰ ঠাই লোৱা সহজ নহ'ব। কাৰণ তথ্যপাতি সংগ্ৰহৰ ক্ষেত্ৰত যিটো নিষ্ঠা আৰু পদ্ধতি তাৰ অনুসৰণ কৰা টান। যতীন দুৱৰা, সূৰ্য্যকুমাৰ ভূঞা, সীতানাথ ব্ৰহ্মচৌধুৰী আদিৰ যি জীৱনী পুথি তেওঁ প্ৰকাশ কৰিছিল সেইবিলাকতে আৰু বাকী সকলোতে তথ্য সংগ্ৰহৰ ভাল প্ৰমাণ পোৱা যায়। একেটা কথা কব পাৰি তেওঁ ঊনবিংশ শতিকাৰ নানান উৎসৰ পৰা পুংখানুপুংখ সমাদ সংগ্ৰহ কৰি পুথি, প্ৰবন্ধ আদি ৰচনাৰ ক্ষেত্ৰত। এইবিলাক সংগ্ৰহ কৰিবলৈ তেওঁ অসমৰ নানান ঠাইলৈ গৈ বিভিন্ন ব্যক্তিক লগ ধৰাৰ উপৰি কলিকতা আৰু শ্ৰীৰামপুৰলৈ বহুবাৰ যোৱাৰ কথা আমি জানো। তথ্যৰ প্ৰতি এটা বিশেষ চকু তেওঁৰ আছিল বুলি আমি কব খোজোঁ। কোনো পৰিয়ালৰ পৰা দুষ্প্ৰাপ্য আলোচনী আনিলে তেওঁ তাৰ পৰা বহু কথা টুকি টুকি ৰখা কৰিছিল, যিবোৰ হয়তো সময়ত প্ৰবন্ধ লেখোঁতে ব্যৱহাৰ কৰিছিল। চৰকাৰী বিভাগ বিলাকৰ দ্বাৰা প্ৰকাশিত পুস্তিকা, ৰ'ষ্টাৰ আদিৰ পৰাও যে মূল্যবান তথ্য পাব পাৰি তালৈকো তেওঁৰ চকু গৈছিল। যেনেকুৱা আন এটা উদাহৰণ—অসমীয়া লোককবিবিলাকৰ পুস্তিকাবিলাকৰ সংগ্ৰহ, প্ৰবন্ধ

ক্ৰমে উল্লেখ কৰিব পাৰি যে তেওঁ প্ৰতিখন অসমীয়া ছবি তোলাটো নিয়ম কৰি লৈছিল ; অসমীয়া বোলছবিৰ ইতিবৃত্ত লিখিবলৈ অলোৱা বহু সাংবাদিকেই উক্ত পুস্তিকাবিলাকৰ সহায় লোৱাৰ কথা আমি জানো। সংগ্ৰহৰ বাগী এটা তেওঁৰ আছিল। নতুন কাকত বা আলোচনীৰ প্ৰথম সংখ্যাটো কিনি লিবই। কিছুমান জনপ্ৰিয় বাতৰি কাকত তেওঁ একাদিক্ৰমে বন্ধাই ৰাখিছিল। নতুন সংস্কৰণৰ হেমকোষ কিনি দি প্ৰথম সংস্কৰণ এটা সংগ্ৰহ কৰাৰ কথাও আমি জানো। অসমীয়া পুথি পাৰ্যমানে কিনি লৈছিল। পুথি পত্ৰৰ কাৰণে অৰ্থ ব্যয় কৰিবলৈ তেওঁ টান নাপাইছিল। অসমীয়া ভাষা সাহিত্যৰ প্ৰতি এনে গভীৰ আনুগত্যৰ দৃষ্টান্ত বিৰল।

সংবাদপত্ৰৰ ব'দকাঢলিত অসমীয়া সাহিত্য, বনফুলৰ কবি দুৱৰা, কবি আৰু কবিতা আদি পুথিয়ে যে কলেজ পৰ্য্যায়ৰ ছাত্ৰ ছাত্ৰীক প্ৰভূত পৰিমাণে সহায় কৰি আহিছে এই বিষয়ে সন্দেহ নাই। নন্দ তালুকদাৰে অন্যান্য ছাত্ৰৰ কামত আহক এই ভাবতে এইবিলাক গ্ৰন্থ ৰচনা কৰা নাছিল। কবি দুৱৰাৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা স্কুলীয়া দিনৰে পৰা আছিল। একেই শ্ৰদ্ধা তেওঁৰ আছিল সূৰ্য্যকুমাৰ ভূঞা, বিৰিঞ্চি কুমাৰ বৰুৱা, হেম বৰুৱা আদিৰ প্ৰতিও। সেই বাবেই তেওঁলোক সম্বন্ধে বহু খা-খবৰ তেওঁ সংগ্ৰহ কৰি লৈছিল। দুৱৰাৰ ক্ষেত্ৰতো তাকেই কৰিছিল—বহু বাৰ গৈ গৈ কবিক লগ ধৰিছিল, নানান পুৰণা কথা সংগ্ৰহ কৰিছিল আৰু তাৰ সহায়তে পিচলৈ কবিৰ সমস্ত সাহিত্যৰ পৰিচয় সম্বলিত কবি জীৱনী ৰচনা কৰিছিল। ভূঞা আৰু বৰুৱাৰ জীৱনী দুখন দুৱৰাৰ খনতকৈ বৃহত্তৰ ; সেই অনুপাতে অজস্ৰ খা-খাতৰি এই দুখনত বিদ্যমান—একোটা সাংস্কৃতিক ইতিবৃত্তকেই এই দুখনৰ পৰা উলিয়াব পৰা যায়। ড° বৰুৱাৰ জীৱনীখন লিখকে দুৰ্ভাগ্য বশ দি যাব নোৱা-ৰিলে ছপলা। তথাপি সেইখন ছাই ছিভি প্ৰকাশ কৰি উলিওৱাৰ

আৱশ্যক আছে, কিয়নো 'আধুনিক অসমৰ সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰত ড° বৰুৱাৰ অৱদান আছে। আমি নিজে নন্দ তালুকদাৰৰ লগত বাণী প্ৰতিভা, বিষ্ণু ৰাভা আৰু বিচিত্ৰ নাৰায়ণ দত্ত বৰুৱাৰ স্মৃতিগ্ৰন্থ আদিৰ সম্পাদনা কাৰ্যত সহযোগিতা কৰিছিলোঁ। তেতিয়াই তেওঁৰ তথ্যপাতি আহৰণৰ ক্ষেত্ৰত প্ৰশংসনীয় কৰ্মকুশলতাৰ প্ৰমাণ পাইছিলো। মিছনাৰীসকলৰ ৰচিত দুটি সৰু কাহিনী তেওঁ সম্পাদন কৰোঁতে ভালেখিনি অজ্ঞাত তথ্যপাতি পোহৰলৈ আনিব পাৰিছিল। এই বিলাক কাম তেওঁ যি নিষ্ঠাৰে কৰি গৈছিল দেখি আচৰিত হৈছিলো। প্ৰতি বছৰে প্ৰকাশিত অসমীয়া পুথিৰ একোটি পৰ্যালোচনা তেওঁ কেবা বছৰ ধৰি কৰি আছিল। এইবিলাকৰ কি উপযোগিতা সেইটো ভৱিষ্যতে প্ৰমাণ কৰিব। ইয়াত উল্লেখিত বহু পুথিয়েই হয়তো সাহিত্য ৰূপে মূল্যবান নহয়। কিন্তু সন তাৰিখৰ উল্লেখেৰে সৈতে যে একটি থূলমূল বিৱৰণ তেওঁ প্ৰকাশ কৰি গৈছে সেই সকলোৱেই এসময়ত অত্যাৱশ্যকীয় বিবেচিত হ'ব। এইবিলাক লেখি যে তেওঁৰ কিবা আৰ্থিক লাভ হৈছিল এনে কথা যেন কোনেও মনলৈ নানে। আমাৰ কাকত-আলোচনীৰ কাৰ্পণ্য কাহিনী সৰ্বজনবিদিত। বৰং আমি নন্দ তালুকদাৰৰ মুখত একাধিকবাৰ শুনিছিলোঁ যে কাকত বা আলোচনীত প্ৰবন্ধ ছপালে পইচা দিয়া দূৰতে থাকক, সম্পাদকে কপী এটাকে নপঠিয়ায় — নিজেই ডাকৰ পইচা খৰচ কৰি কিনি আনিব লগাহে হয়।

আন এটি মূল্যবান কাম তেওঁ কৰি আছিল সিটো আধৰুৱা হৈ ৰ'ল। অসমৰ শিল্পী সাহিত্যিক সকলৰ চমু জীৱন বৃত্ত, তেওঁ-লোকৰ ৰচনাৱলী আৰু ভৱিষ্যত কামৰ আঁচনি — এনে বিষয় সংকলিত কৰি এখন কোষ গ্ৰন্থ লেখীয়া পুথি তেওঁ প্ৰস্তুত কৰাৰ চেষ্টা কৰি গৈছিল। আমি জনাত ইয়াৰ সংগ্ৰহ কাৰ্য ভালেখিনি আগুৱাইছিল। এইখন সম্পূৰ্ণ হৈ উঠা হলে নিশ্চয় সি এটা অমূল্য ভাণ্ডাৰ ৰূপে

হৈ উঠিলেহেঁতেন। কিন্তু তেওঁৰ অকাল বিয়োগে কামটো সম্পূৰ্ণ হ'বলৈ নিদিলে।

নন্দ তালুকদাৰ বি বৰুৱা কলেজত আমাৰ ছাত্ৰ আছিল। তেওঁ কলেজ আলোচনীৰ সম্পাদক হৈছিল—এই সম্পৰ্কতে আমাৰ সৈতে তেওঁ ছপাশাল আৰু সম্পাদনাৰ কামত দিনে ৰাতিয়ে আলোচনা বিলোচনা কৰিছিল। ইয়াৰ উপৰি তেওঁক এবছৰমান সহকৰ্মী ৰূপেও পিছলৈ পাওঁ। তেওঁ অসমীয়াত এম এ পাছ কৰি প্ৰথমে শিলঙৰ কলেজ এখনৰ কামত সোমাইছিল। তাৰ পিছতহে স্থায়ী ভাবে পাণ্ডু কলেজলৈ আহে। এই পাণ্ডু কলেজত থকা কালতে শেষলৈকে তাতে আছিল—আমি তেওঁক বি বৰুৱা কলেজৰ নৈশ শাখালৈ আমন্ত্ৰণ কৰি আনিছিলোঁ। এবছৰমান থকাৰ পিছত পাণ্ডু কলেজ কৰ্তৃপক্ষৰ কথা এৰাব নোৱাৰি তেওঁ আমাৰ কলেজ এৰি যায়। এই কম সময়ৰ ভিতৰতো শিক্ষক ৰূপে তেওঁৰ একনিষ্ঠতা আমি সগৌৰৱে লক্ষ্য কৰিছিলোঁ। কেতিয়াও শ্ৰেণীলৈ পৰাপক্ষত তেওঁ নহাকৈ নাথাকিছিল। তেওঁৰ কথা বতৰাৰ মাজত শুনায়ো পৰিছিল যে পাণ্ডু কলেজতো নিশাৰ ভাগত পলমকৈ থকা ক্লাচলৈ যাবলৈ তেওঁ কেতিয়াও বেয়া নাপাইছিল। বৰং দুজন বা তিনিজন ছাত্ৰ বা ছাত্ৰী থাকিলেও তেওঁলোক যে আহি বৈ থাকিব বা পণ্ডশ্ৰম হৈ ৰাতি দুখে-ভাগৰে উলটি যাব এই পৰিস্থিতি ভাবিয়েই তেওঁ কষ্ট স্বীকাৰ কৰি হলেও কলেজলৈ গৈছিল। কব পাৰি যে নন্দ তালুকদাৰৰ নিচিনা নিষ্ঠাবান শিক্ষক আজিৰ জগতত বিৰল—যি এদিন কলেজলৈকে বুলি ওলাই গৈ ঘৰৰ ওচৰতে মটৰ চাইকেলৰ খুন্দাত প্ৰাণ বিসৰ্জন দিলে—যেন শিক্ষাদানৰ চিন্তা মনত লৈয়ে তেওঁ শেষ নিশ্বাস পেলালে।

সাহিত্য চৰ্চাত তেওঁ যেনে নিষ্ঠাবান আছিল, তেনে নিষ্ঠাবান আছিল পাঠ্যক্ৰমৰ ক্ষেত্ৰতো। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া

পাঠ্যক্ৰম নিৰ্দ্ধাৰণৰ কামত আমি বহু বছৰ বহুবাৰ একেলগে বাহি কাম কৰিছিলোঁ। এই কামত সু অভিজ্ঞ শিক্ষকৰ দৃষ্টিৰে তেওঁ নানান আৱশ্যকীয় পৰামৰ্শ দাঙি ধৰিছিল আৰু পাঠাপুথি আমি প্ৰস্তুত কৰিব লগা হলে বাছনি আদি সংগ্ৰহৰ কাম প্ৰায়খিনি তেওঁৱেই কৰিব লগা হৈছিল। অন্ততঃ শেহতীয়া স্নাতকৰ কাব্য প্ৰভাৱ কাম তেওঁ অকলেই কৰিছিল বুলিব লাগে। সংগ্ৰহ কাৰ্যাত তেওঁৰ সমকক্ষ হব পৰা লোক আমাৰ মাজত দ্বিতীয় জন নাছিল। এই দৃষ্টিৰ পৰা চালে যিটো ব্যক্তিগত পুথিভঁৰাল তেওঁ জীৱন জুৰি গঢ়ি দিছিল সেইটো এটা মহা মূল্যবান জাতীয় সম্পদ বুলি কলেও বঢ়াই কোৱা নহয়। তেওঁৰ পৰলোকৰ সময়ত এই পুথিভঁৰালটো সংৰক্ষণৰ অৰ্থে চৰকাৰৰ পৰিচালনাধীন কৰিবলৈ এটা চেষ্টা চলোৱা হৈছিল। কিন্তু পৰিয়ালৰ অনিচ্ছা হেতুকে কামটো হৈ নুঠিল। আমি জনাত পৰিয়ালে সংগ্ৰহটো ভালদৰে সংগ্ৰহ কৰিছে আৰু আশাকৰোঁ আগলৈকো সংৰক্ষণ কৰিব।

নন্দ তালুকদাৰৰ বন্ধু আৰু সহকৰ্মীসকলে তেওঁৰ বিষয়ে এখনি স্মাৰক গ্ৰন্থ প্ৰস্তুত কৰিবলৈ লোৱাত আমি স্মৃতি ৰোমন্থন কৰি মনলৈ অহা কথাবোৰ লিপিবদ্ধ কৰিলোঁ। এই ৰচনাক বিশ্লেষণ বা অধ্যয়ন বুলি ধৰিব নালাগে। মানুহজনলৈ মনত পেলাওঁতে যিবোৰ স্মৃতিৰ বেঙনি চকুৰ আগত ভাহি উঠিল তাকেই মাত্ৰ লিখা হ'ল।



# বন্ধু বিয়োগত এটুপি চকুলো

ডঃ নগেন শইকীয়া

সম্পর্কটো কেনেবাকৈ ঘনিষ্ঠ হৈ পৰিল।

এতিয়া চন-বাৰ-তাৰিখ মনত নাই। বোধকৰোঁ ১৯৬৫ কি ৬৬ চন।

প্ৰথম পৰিচয়ত আপোনা আপুনিয়েই আছিল। শুখ, পাতল, ধুতি-পাঞ্জাৰী পিন্ধা, জোঙা নাকৰ, বগা, ডেকা মানুহ এজন। বয়সত মোতকৈ কেইবছৰমান ডাঙৰ হব যোধকৰোঁ। হাঁহিমুখীয়া।

ইতিমধ্যে তেওঁ প্ৰাবন্ধিক আৰু জীৱনীকাৰ হিচাবে পৰিচিত হৈ উঠিছে। মই কলোঁ, "আপোনাৰ নাম শুনি আছোঁ; পৰিচয় হোৱাৰহে সুযোগ পোৱা নাছিলোঁ।"

তেওঁ হাঁহি হাঁহি ক'লে— 'আপোনাৰো গল্প আৰু গল্প-কবিতা পঢ়িছো দিয়ক। পিছে, 'ব্যোমকেশ বাবু'ত কাক ধৰিলে বাৰু?" মই কলোঁ, "নাই, নাই। এজন মানুহ নহবওতো পাৰে। কেইবা-জনৰো দোষ-গুণ মিহলাইহে 'ব্যোমকেশ বাবু' হৈছে।"

তেওঁ ক'লে, হাঁহি হাঁহিয়েই, "গল্প লিখকক বিশ্বাস নাই দেই।" "ব্যোমকেশ বাবু" ১৯৬৫ চনত 'অসম বাতৰি'ৰ ছুটা সংখ্যাত ওলাইছিল।

প্ৰথম পৰিচয়তে ভাল লাগিল মানুহজনক।

এজন লেখকে হিচাবে তেওঁ লিখা ৰচনা মানুহে পঢ়ক আৰু অভিমত দিয়ক। সম্প্ৰশংস অভিমতেই লেখকৰ বাবে আটাইতকৈ ডাঙৰ পুৰস্কাৰ।

১৯৬৬ চনৰ মাৰ্চ মাহত উত্তৰ লক্ষীমপুৰত অসম সাহিত্য

সভাব অধিবেশন। সেই সময়ত অসমবাণীত নন্দ তালুকদাবব প্রবন্ধ ওলাইছে। উত্তৰ লক্ষীমপুৰত লগ পায়েই সুধিলে, "প্রবন্ধটো পঢ়িলে যদি কেনে পালে কওকচোন।"
মই কলোঁ। "আপুনি এতিয়া প্রায় ভেটাবেন লেখক। এতেকে, আপোনাৰ লেখা বেয়া হ'ব কিয়?"
তেওঁ আকৌ সেই স্বাভাৱিক হাঁহিবে কলে, "আপোনাৰ মুখত ফুল-চন্দন পৰক, কিন্তু ভেটাবেন নহয় সেই। বহুত বাকী।"
তেতিয়াও সম্পর্ক ঘনিষ্ঠ হোৱা নাই। কিন্তু অনুভৱ কৰিছিলো— মানুহজন সৰল। আত্মাভিমান নাই।

১৯৬৬ চনৰ ডিচেম্বৰ মাহৰ ৩০ আৰু ৩১ আৰু ১৯৬৭ চনৰ জানুৱাৰী মাহৰ ১ তাৰিখে ডিব্ৰুগড়ত অসম সাহিত্য সভাৰ অধিবেশন। মই লক্ষীমপুৰ অধিবেশনতে সভাৰ কাৰ্য্যনির্ব্বাহক সমিতিলৈ নির্ব্বাচিত হৈছোঁ। আৰু কাৰ্য্যনির্ব্বাহ সমিতিৰ প্রথম অধিবেশনত সহকাৰী সম্পাদক মনোনীত হৈছোঁ।। তেতিয়া সহকাৰী সম্পাদক এনেভাবেই নির্ব্বাচিত আৰু মনোনীত হৈছিল। সেই বছৰ গুৱাহাটীৰ বাবে সহকাৰী সম্পাদক নির্ব্বাচিত হৈছিল শ্রীদুর্গেশ্বৰ শর্মা। ( অসম সাহিত্য সভাৰ ভাষণাৱলী ৪র্থ খণ্ড পৰিশিষ্ট, পৃষ্ঠা ৪৯১, দুর্গেশ্বৰ শর্মাৰ ঠাইত ভুলক্রমে নন্দ তালুকদাবৰ নামটো ছপা হৈছে )। ডিব্ৰুগড় অধিবেশনৰ মছৰৰ পৰা ১৯৭০ চনৰ বিং অধিবেশনলৈ এই তিনি-বছৰ মই কেন্দ্রীয় কাৰ্য্যালয়ৰ লগত যুক্ত সহকাৰী সম্পাদক আৰু নন্দ তালুকদাৰ গুৱাহাটী কাৰ্য্যালয়ৰ লগত যুক্ত সহকাৰী সম্পাদক। বৰপেটা অধিবেশনলৈকে (১৯৬৯) শ্রী (এতিয়া স্বর্গীয়) হৰি প্রসাদ নেওগ আছিল প্রধান সম্পাদক আৰু ৬৯-৭০ লৈ প্রধান সম্পাদক আছিল চৈয়দ আব্দুল মালিক।

এই যে একেলেথাৰিয়ে দুয়ো সভাৰ সহকাৰী সম্পাদক হৈ থাকিলোঁ, ইয়েই আমাক ওচৰ চপাই দিলে। সভাৰ বিভিন্ন

যোগাযোগৰ উপৰিও সভাৰ পুথি পত্ৰ আদি ছপোৱা বিষয়ত আমাৰ দুয়োৰে ওপৰত দায়িত্ব পৰিছিল। আনুষ্ঠানিক দায়িত্বৰ মাজেদিয়েই গঢ়ি উঠিল ব্যক্তিগত সম্পৰ্ক। কেতিয়া যে "তালুকদাৰ" আৰু "আপুনি"ৰ পৰা "নন্দ" আৰু "তুমি" হ'ল ক'ব নোৱাৰোঁ।

ইমানতে সীমাবদ্ধ হৈ নাথাকিল।

"নন্দ" গৈ নন্দলাল, নন্দজী, গুলজাবিলাল নন্দ, গুলজাৰ হ'লগৈ। পিছৰ চিঠিবোৰৰ নন্দ তালুকদাৰক বোধকৰোঁ ক'তো নন্দ বুলি মই লিখা নাই আৰু নন্দয়ো মোলৈ লিখা চিঠিত পোন-পটীয়া সম্বোধন কৰা নাই। আমাৰ চিঠি-পত্ৰবোৰ ধেমেলীয়া কথাৰে ভৰা হৈ পৰিল। কেতিয়াবা অসমীয়া আখৰেৰে ইংৰাজী ভাষাত আৰু ইংৰাজী আখৰেৰে অসমীয়া ভাষাত চিঠি লিখা-লিখিও হৈছিল। এনে পত্ৰ বিনিময় আমাৰ তিনিজনৰ মাজত হৈছিল— শ্ৰীযোগেন্দ্ৰ নাৰায়ণ ভূঞা, নন্দ তালুকদাৰ আৰু মই। আমাৰ তিনিজনকে অসম সাহিত্য সভাৰ ভিতৰ চ'ৰালৈ সুমাই আনিছিল স্বৰ্গীয় হৰিপ্ৰসাদ নেওগে আৰু সাহিত্য সভাৰ মকথনেই আমাৰ আন্তৰিক যোগাযোগৰো ভেটি বান্ধি দিছিল বুলিব পাৰি।

এই সম্পৰ্ক এনে হ'লগৈ যে নন্দৰ শ্ৰীযুতা আই আমাৰো "আই" হৈ পৰিল আৰু গুৱাহাটীলৈ গলে নন্দক কেতিয়াবা নাপালেও আইক মাত লগাই অহাটো কৰ্ত্তব্যৰ ভিতৰত পৰিল। কিন্তু এতিয়া নন্দ গুচি যোৱাৰ পিছত আইৰ মুখা মুখি হ'বলৈ মোৰ সত নাযায়। মই কেনেকৈ আইৰ মুখলৈ চাওঁ? বৈধব্যৰ যাতনা সহ্য কৰিও লৰা-ছোৱালীৰ মুখলৈ চাই ধৈৰ্য্য ধৰি, লৰা-ছোৱালীক মানুহ কৰাৰ পিছত যাৰ ওপৰতে আটাইতকৈ বেছি ভৰষা আছিল তেৱেঁই গুচি গ'ল।

আমাৰ তিনিজনৰ, নন্দ, ভূঞা আৰু মোৰ এই সম্পৰ্কই আমাৰ পৰিয়াল কেইটাকো ওচৰ চপাই দিলে। আমাৰ তিনিওৰে লৰা-

ছোৱালী কেইটাৰ বাবে সেইতাকৰ বন্ধু দুজন "তাৰৈ" আৰু সেইজাকৰ বন্ধুপত্নী "আমৈ" হৈ পৰিল।

নন্দক প্ৰথম অৱস্থাত জোকাইছিলোঁ "চন্দ্ৰগুপ্ত" বুলি। কাৰণ কোনোবা এজন অসমৰ কৃতি লোক ঢুকোৱাৰ লগে লগে পিছদিনা কাগজত নন্দ তালুকদাৰে লিখা জীৱনী ওলাবই। আমি জোঁকাওঁ— "তুমিতো লিখিয়েই থোৱা; কেৱল 'ইমান চনৰ ইমান তাৰিখ ইমান সময়ত সকলোকে কন্দুৱাই থৈ তেওঁ শেষ নিশ্বাস ত্যাগ কৰিলে' বুলি লিখিবলৈহে বাকী থোৱা।"

নন্দই এটা ডাঙৰ ডায়েৰীত বিভিন্ন কৃতী লোকসকলৰ জীৱন পঞ্জী আৰু ৰচনা পঞ্জী লিখি থৈছিল। তদুপৰি, অসমীয়া ভাষাত এখন 'হুজ হু'ৰ দৰে কিতাপ উলিওৱা কথাও এসময়ত ভাবিছিল। সেইবাবে বিভিন্ন লোকলৈ ছপা প্ৰশ্নপত্ৰ একোখন পঠাই তথ্য সংগ্ৰহ কৰিছিল। আমি জোঁকাওঁ, "তোমাক আমাৰ জীৱন পঞ্জী-তঞ্জী দিবলৈ নাই। তোমাক দিয়া মানেই নিৰ্ঘাত স্বৰ্গ লাভ। আমাৰ সেই মতলব নাই।"

নন্দই স্বাভাৱিক হাঁহিটোৰে কয়, "দি থোৱাঁ, দি থোৱাঁ। নহলে পিছত ওপৰত গৈ পস্তাবা।"

গুৱাহাটীতো এনে হৈছিল যে, কাৰোবাৰ জীৱনী লাগিলে বাতৰি কাকতৰ মানুহৰ পৰা আনলৈকে সকলোৱে নন্দৰ কাষলৈ চাইছিল। আজি অনুভৱ কৰিছোঁ— এনেভাৱে তথ্য সংগ্ৰহ কৰা এজনলোকো নন্দৰ পিছত আমাৰ নাই। আৰু আটাইতকৈ মনত পাঁচ বজোৱাই থোৱা কথাৰাৰ হ'ল যে নন্দ আকস্মিক ভাবে গুছি যোৱাৰ পিছত তেওঁৰ পৰিপূৰ্ণ জীৱনী এটা কাকতলৈ দিব পৰা মানুহ নোলাল। নন্দৰ এটা ডাঙৰ বৈশিষ্ট্য আছিল— সংৰক্ষণ প্ৰৱণতা। অসমীয়া মানুহৰ আচৰাচৰ নথকা গুণ। অসমীয়া— ভাষা, সাহিত্য, কৃষ্টি, সংস্কৃতি, অসমৰ ইতিহাস, ভূগোল আদি

অসম সম্পৰ্কীয় বিষয়ৰ সক কাকতৰ টুকুৰা একোটাও যত্নেৰে সংগ্ৰহ আৰু সংৰক্ষণ কৰিছিল। অসমীয়া বাতৰি কাকত, আলোচনীৰ সংখ্যাবোৰো সাগ্ৰহে সংৰক্ষণ কৰিছিল। তেওঁৰ এই কামবোৰৰ মাজত নিহিত হৈ আছিল তেওঁৰ অকৃত্ৰিম দেশপ্ৰেম। অসমক, অসমীয়া ভাষা সাহিত্য সংস্কৃতিক, অসমীয়া জাতিক কোনোবাই অকমান বেয়াকৈ কলেও সহ্য কৰিব নোৱাৰিছিল। আমাৰ নিজৰ মাজৰে এচাম উন্নাসিকে যেতিয়া নিজৰ ঐতিহ্য আৰু অতীত ইতিহাসৰ প্ৰতি অসম্মানসূচক মন্তব্য কৰে, নন্দ ক্ষুণ্ণ হয়।

শেষলৈ তেওঁ ঘাইকৈ ঊনবিংশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ অসমীয়া ভাষা-সাহিত্যৰ বিষয়ে গৱেষণা কৰিবলৈ লোৱাৰ সময়ত ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা আৰু মিছনেৰিসকলৰ কথা ওলালেই তেওঁ উচ্ছ্বাসিত হৈ পৰিছিল। তেওঁ বাৰে বাৰে কৈছিল, "মোৰা শতিকাৰ পুথি-পত্ৰবোৰৰ ফটোকপি কৰি হলেও সাহিত্য সভাৰ পুথিভঁৰালৈলৈ অনাৰ ব্যৱস্থা কৰঁ।" তেওঁক তেনে পুথি-পত্ৰবোৰৰ তালিকা এখন কৰি দিবলৈ দায়িত্ব দিয়াত শ্ৰীযুত যোগেশ দাসৰ লগতো আলোচনা কৰি প্ৰস্তুত কৰিও দিছিল। কিন্তু সকলো ভাল কামৰ বাবেই আমাৰ ইয়াত অৰ্থাভাৱ।

ঊনবিংশ শতিকাৰ মাজলৈ নন্দ এনেভাৱে সোমাই গ'ল যে তেওঁক পিছলৈ মই "নাইনটিন্থ চেঞ্চুৰি" বুলি জোকাইছিলোঁ। তেওঁক আনন্দাভিৰাম বৰুৱা জন্ম শতবাৰ্ষিকীৰ মূল অনুষ্ঠানত আৰু 'অসমীয়া কিতাপৰ প্ৰকাশৰ সমস্যা' শীৰ্ষক আলোচনা-চক্ৰত অংশ গ্ৰহণ কৰিবলৈ নিমন্ত্ৰণ কৰোতে দুই একজনে হয়তো খুব সন্তুষ্ট হোৱা নাছিল। কিন্তু তেওঁৰ বক্তৃতা শুনাৰ পিছত সেই অসন্তুষ্টি পলাই গৈছিল বুলি মোৰ বিশ্বাস হৈছিল।

নন্দই আৰু এটা ডাঙৰ কাম কৰি আছিল। প্ৰায় কুৰিৰ অধিক বছৰ ধৰি প্ৰকাশিত অসমীয়া কিতাপৰ পৰিচয়মূলক

ৰচনা প্ৰস্তুতিৰ কাম। নিসন্দেহে কামটো আছিল গুৰুত্বপূৰ্ণ আৰু প্ৰয়োজনীয়। অসম সাহিত্য সভাৰ মঞ্চটৈ অধিৱেশনত মনক এনে এটা প্ৰবন্ধ দাঙি ধৰিবলৈ দিয়া দায়িত্ব নিষ্ঠাৰে পালন কৰিছিল। মনৰ পিছত এই কাম কৰা মানুহেো আমাৰ মাজত নোহোৱা হ'ল।

আনন্দৰাম ঢেকিয়াল ফুকনৰ ৰচনা সংগ্ৰহ, লম্বোদৰ বৰাৰ ৰচনাৱলী, নবীন চন্দ্ৰ বৰদলৈৰ ৰচনাৱলী আদি ৰচনাৱলীসমূহ অতিশয় আগ্ৰহ আৰু নিষ্ঠাৰে তেওঁ সংগ্ৰহ কৰিছিল। বোৱা শতিকাৰ আলোচনা আৰু বাতৰি কাকতৰ সংগ্ৰহ আৰু সেই বিষয়ৰ অধ্যয়নতো তেওঁ সমান গুৰুত্ব দিছিল। এই আটাইবোৰ কামৰ মাজেদি বাৰে বাৰে সেই একেজন মানুহেই চকুৰ আগত ধৰা দিয়েহি— দেশপ্ৰেমিক মানুহজন; কোনোদিন নিজৰ কৰাখিনিক লৈ সন্তুষ্ট হ'ব নোৱাৰা মানুহজন। এই ক্ষেত্ৰত নন্দতকৈও তুলনা আৰু একোৰ চৰা। সেইবাবে মাজে মাজে "হতাশেৰৰ" সুৰি জোকাবলৈও দেখোঁ।

মাজে মাজে যে আমাৰ মাজত মান অভিমান নহৈছিল, এনেও নহয়। ১৯৬৮ চনৰ জানুৱাৰী মাহত তেজপুৰত সাহিত্য সভা বহাৰ সময়ত সুযোগে মাজত ঘটা তেনে দুটা সৰু ঘটনাৰ কথা মনলৈ আহিছে। ১৯৬৭ চনটো সাহিত্য সভাৰ সোণালী জয়ন্তীৰ বছৰ। তদুপলক্ষে প্ৰকাশ কৰি উলিওৱা 'বিংশ শতিকাৰ অসমীয়া সাহিত্য' নামৰ গ্ৰন্থখনিৰ উপৰিও 'অসম সাহিত্য সভাৰ পঞ্চাশ বছৰ' নাম দি এখন পুতিকা উলিয়াবলৈ সিদ্ধান্ত হ'ল। গ্ৰন্থখন সম্পাদক হৰিপ্ৰসাদ নেওগে দায়িত্বটো মোক দিয়াত ৰচনাখনৰ পাণ্ডুলিপি প্ৰস্তুত কৰি দিলোঁ। কিন্তু কিতাপখন যেতিয়া ওলাল— নব কাক মোৰ দুটিমান অধ্যায়; তলাপি মোৰ নামটো তলত দিয়া হৈ আছিল। আলমতে জেৰবৰা পঞ্চবাৰ্ষিকী বছৰ উপলক্ষে

১৯৬৭ চনৰ বহাগ মাহত সভাই প্ৰকাশ কৰা কেলেণ্ডাৰখনত দিয়া অসমীয়া স্বৰ্গগত লেখক লেখিকাসকলৰ তালিকা প্ৰস্তুত কৰি দিছিল নন্দই ; তাত সুপ্ৰসিদ্ধ সাহিত্যিক দণ্ডিনাথ কলিতাৰ নামটো ভুল-ক্ৰমে ছপা নহ'ল। কেনেকৈ জানো প্ৰচাৰ হ'ল যে কেলে-ণ্ডাৰখনৰ কাম মই কৰিছিলো। ফলত মই অবাঞ্ছনীয় অৱস্থা এটিৰ মুখামুখি হ'বলগীয়া হৈছিল। দুয়োটা বিষয়ত মই অসন্তুষ্ট হলো নন্দৰ ওপৰত।

এতিয়া ভাবিছোঁ, কি ক্ষুদ্ৰ কথাত অসন্তুষ্ট হৈছিলোঁ। হৰি-প্ৰসাদ নেওগে দুয়োকে আনি তেতিয়াই মিলাই দিলে আৰু দায় জেখেতে মূৰ পাতি ল'লে। সেই যে অসন্তোষ এৰিলোঁ, তাৰ পিছত আৰু কোনো প্ৰকাৰৰ ঠোঁটা মোজা আমাৰ মাজত লগা নাছিল। বৰং ইটোৱে সিটোক জোকাই বং পোৱাটোহে বেছি হ'ল।

নন্দ চিৰদিনৰ বাবে গুছি যোৱাৰ প্ৰায় বছেৰেকৰ আগত আমাৰ মাজত আকৌ এটি অসন্তোষৰ ঘটনা ঘটিছিল। ইয়াৰ দায় সম্পূৰ্ণকৈ মযেই মূৰ পাতি লৈছিলোঁ। ১৯৮২ চনৰ ১৭ এপ্ৰিলৰ দিনা নন্দৰ ঘৰত বহি কলোঁ যে তেওঁ এইবাৰ অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব লব লাগে। "ইমান দিনে কাম কাম বুলি সাৰি আছিলা, তোমাৰ গৱেষণাৰ কাম শেষ হ'ল যেতিয়া সভাৰ দায়িত্ব লোৱা।" আগতেও নন্দক বহুতবাৰ কৈ চাইছোঁ ; সন্মত নহয়। সেইদিনা কিন্তু সন্মতি দিলে। ক'লে, "সচাকৈ কৈছাহো ? যদি তুমি সহায় কৰা এবছৰ দায়িত্ব লব পাৰোঁ।" মই শ্ৰীমতী তালুকদাৰকো মাতি আনি হাঁহি হাঁহি কলোঁ, "এই বছৰ ঘৰ চলোৱাৰ দায়িত্ব আপোনাৰ, সভা চলোৱাৰ দায়িত্ব নন্দৰ।" হাঁহি-মাতি চাহ খাই উঠি আহিলোঁ। যোৰহাট, ডিব্ৰুগড়, গুৱাহাটিতো অনেকক কলোঁ—এইবাৰ নন্দ তালুকদাৰক দায়িত্ব



নিজা পুথিভৰালত অধ্যয়নৰত নন্দ তালুকদাৰ



সভাত ভাষণ দিয়া অৱস্থাত তালুকদাৰ

দিব লাগে। মই নিশ্চিত যে নন্দক বিনা প্ৰতিদ্বন্দ্বিতাৰে নিব পৰা হ'ব। কিন্তু বিষয় বাছনি সভাত এনে এটা অৱস্থা হ'ল যে অৱশেষত নন্দ আৰু দুৰ্গেশ্বৰ শৰ্মাই নাম প্ৰত্যাহাৰ কৰিলে আৰু মোৰ তীব্ৰ প্ৰতিবাদ সত্বেও তেওঁলোকৰ মনোৰঞ্জন আৰু মনোৰঞ্জন ক'লে মৰেই দায়িত্ব লবলগীয়া হ'ল। নন্দৰ সেই সময়ৰ এষাৰ কথাই মোৰ মনত মাজে মাজে আঘাত কৰি যায়— "তুমিয়েইতো যৱত শ্ৰীমতীকো কৈ আছিছিলা।" বোধকৰোঁ, জীৱনত এই ঘটনাটো মোৰ বাবে এটা মচিব নোৱাৰা দুখৰ সোঁৱৰণী হৈ ৰ'ব। অধিবেশনৰ পিছৰ প্ৰায় এমাহ সময় মই মোৰ মনক প্ৰবোধ দিব পৰা নাছিলোঁ। নন্দলৈ আছিয়েই মোৰ মনৰ অৱস্থা বুজাই চিঠি দিলোঁ। নন্দৰ প্ৰস্তাৱক শ্ৰীযুত যোগেশ দাসলৈও। দুয়োজনৰ উত্তৰত অনুৰোধ কৰিলোঁ— একেনেও মোক দায়মুক্ত বুলি ভাবিব পৰা নাই।

নন্দৰ মনত এই ঘটনাই বহুদিনলৈ ক্ৰিয়া কৰি থাকিলেও লাহে লাহে বোধকৰোঁ বিষয় বাছনী সভাত মোৰ অসহায় অৱস্থাৰ কথা অনুভৱ কৰিলে। যেতিয়া অসমীয়া পুথি প্ৰকাশৰ সমস্যা— শীৰ্ষক আলোচনা— চক্ৰৰ বিশিষ্ট বক্তা হিচাবে তেওঁক নিমন্ত্ৰণ জনাওঁ, হাঁহি হাঁহি সন্মতি দিলে; ক'লে, "হেৰা নগেন, আমি ইটোৱে সিটোক কিবা কথাত কেতিয়াবা বেয়া পালেওতো সভা-খনক বেয়া পাব নোৱাৰোঁ।" সেইদিনা সভাৰ অন্তত আমি ত্ৰিমূৰ্ত্তিয়ে— ভূঞা, নন্দ আৰু মই এখন ছবি তুলিলোঁ। সেইখনেই আমাৰ তিনিওৰে একমাত্ৰ ছবি।

ভাবি আছিলোঁ— বজালীলৈ অধিবেশনত নন্দৰ নাম মই প্ৰস্তাৱ কৰিম— আন কোনেও আন নাম প্ৰস্তাৱ কৰাৰ আগতে। কিন্তু মোক সেই ঋণ পৰিশোধ কৰিবলৈ নন্দই সুবিধা নিদিলে।

২৩ ফেব্ৰুৱাৰীৰ দিনা আকস্মিক বাতৰিত দুঃসংবাদটো শুনি চিঞৰ মাৰি উঠিলোঁ— নন্দৰ কিবা হ'ল। মই বিশ্বাস কৰিব

পৰা নাছিলোঁ। লগে লগে গুৱাহাটীলৈ ট্ৰাংক কল কৰিলোঁ। কেন্দ্ৰীয় পুথিভঁৰালৰ পুথিভঁৰালী শ্ৰীযুত ৰাম গোস্বামীয়ে ক'লে, "হয় বৰ দুৰ্ভাগ্যজনক।'

নন্দৰ বৃদ্ধা মাতৃলৈ, পত্নীলৈ, ল'ৰা ছোৱালী দুটিলৈ বাৰে বাৰে মনত পৰিল। কেনেকৈ সহ্য কৰিব এই দুখ? কি বুলি গৈ মাত লগাম গৈ? জানো, সকলো দুখ মানুহে সহিবই লাগিব। জানো, যি এবাৰ যায় তেওঁ কেতিয়াও ঘূৰি নাহে; তথাপি মানুহে সততাই সকলো পাহৰি যাব নোৱাৰে।

. নন্দ তেওঁৰ কামৰ মাজতে থাকিব। তেওঁ ৰচনা কৰা আৰু সম্পাদনা কৰা কিতাপৰ মাজতে নন্দৰ ভিতৰৰ মানুহজনৰ চিন্তা চৰ্চ্চাৰ লগত সকলোৱে পৰিচয় হৈ থাকিব। এনেভাবে জীয়াই থকাৰ সাৰ্থকতাইতো আটাইতকৈ বেছি।

+ + +

# মোহনীয় ব্যক্তিত্ব : উৎসৰ্গিত জীৱন

ড° গোবিন্দ প্ৰসাদ শৰ্মা

কলেজত পঢ়িবলৈ বুলি ১৯৫৭ চনত মই গুৱাহাটীত আহি উঠাৰে পৰা নন্দ তালুকদাৰক দেখিছিলোঁ। ডেকা ল'ৰা যদিও তেতিয়াও তেখেতৰ পিন্ধনত পৰৱৰ্তী জীৱনৰ দৰে ধুতি আৰু পাঞ্জাবীয়েই। তেতিয়া তেখেত বি, বৰুৱা কলেজৰ ওপৰৰ শ্ৰেণীৰ এজন কলেজীয়া ডেকা; আৰু মই কটন কলেজৰ তলৰ শ্ৰেণীৰ এজন কলেজীয়া ল'ৰা। স্বাভাৱিকতেই সেয়েহে দুয়োজনৰে লগ লগাৰ বা মুখামুখি হোৱাৰ সম্ভাৱনা কম। আৰু সেইটো হোৱাও নাছিল। তথাপি মই তেখেতক দূৰে দূৰে জানিছিলোঁ— কাকত-আলোচনীত সেই সময়তে ওলোৱা তেখেতৰ প্ৰবন্ধবোৰৰ বাবে। লেখক হিচাপে তেতিয়াও অৱশ্যে প্ৰতিষ্ঠা লাভ কৰা নাই।

গুৱাহাটীৰ বিশেষকৈ এঠাইত তেতিয়া নন্দ তালুকদাৰক সাধাৰণতে দেখিছিলোঁ।— চেনিকুঠিৰ হেম বৰুৱাৰ ঘৰত। এজন বিস্তৰ অধ্যয়নৰ উজ্জ্বল বুদ্ধিজীৱী বুলি, এক বিশিষ্ট ভংগীৰ মনোমোহা গদ্যৰ লেখক বুলি, এক নতুন আৰ্হিৰ কবি বুলি, আৰু সৰ্বোপৰি, অসমীয়া সাহিত্যলৈ সমকালীন পাশ্চাত্য সাহিত্যৰ বাতাবৰণ এটিৰ বাহক হিচাপে হেম বৰুৱাৰ প্ৰতি তেতিয়া আমাৰ আগ্ৰহ অসীম। চেনিকুঠীৰ পিনে গ'লেই হেম বৰুৱাই ভাড়া লৈ থকা ঘৰটোৰ পিনে কৌতূহলবশতঃ আৰি চকু দিওঁ আৰু বিয়লি ফুৰিবলৈ ওলোৱা সময়ত হেম বৰুৱাৰ ঘৰটোৰ পিনে চকু দিলেই, নন্দ তালুকদাৰক তাত আমি প্ৰায়ে দেখা পাওঁ। ইয়াৰ পৰাই আমাৰ বুজিবলৈ অসুবিধা নহৈছিল, আৰু পিছত ইয়াক ভালকৈ জানিবও পাৰিছিলোঁ।

যে, হেম বৰুৱাৰ সৈতে নন্দ তালুকদাৰৰ সম্পৰ্ক অকল এজন কলেজীয়া ছাত্ৰৰ তেওঁৰ অধ্যক্ষৰ সৈতে ঘনিষ্ঠ সম্পৰ্কৰ লেখীয়াই নহয়; ই এক বিশেষ গুণমুগ্ধ শিষ্যৰ তেওঁৰ গুৰুৰ সৈতে আত্মীয় সম্পৰ্ক স্বৰূপ। নন্দ তালুকদাৰৰ লিখা পঢ়াৰ প্ৰতি যি আগ্ৰহ আৰু তাৰ নিষ্ঠাশীল অনুধাৱন— সি যে হেম বৰুৱাৰ দ্বাৰা অনুপ্ৰাণিত আৰু তেখেতৰ সান্নিধ্যত বহু পৰিমাণে গা কৰা— ইয়াৰ পৰা ইয়াক অনুমান কৰিবলৈ টান নহয়।

নন্দ তালুকদাৰৰ সৈতে ব্যক্তিগত পৰিচয় আৰু বন্ধুত্ব অৱশ্যে মোৰ ইয়াৰ বহু বছৰৰ পিছতহে হৈছিল— ১৯৭৪ চনত। তেখেতে তেতিয়া 'সম্বাদ পত্ৰৰ বন্দ কাঁচলিত অসমীয়া সাহিত্য' (১৯৭৫) গ্ৰন্থখনৰ পাণ্ডুলিপি বৰুৱা এজেন্সিত প্ৰকাশৰ বাবে দাখিল কৰিছে। বৰুৱা এজেন্সিৰ স্বত্বাধিকাৰী— পৰিচালক শ্ৰীবদন বৰুৱাই মোক এই পাণ্ডুলিপিত চকু ফুৰাই চাবলৈ দি প্ৰকাশৰ বাবে মোৰ মতামত বিচাৰিছে আৰু ভুল-ত্ৰুটিবোৰ আঙুলিয়াই দিবলৈ দিছে। পাণ্ডুলিপিটো মই পঢ়ি চাই দেখিলোঁ, ই এক মূল্যবান গ্ৰন্থ হ'ব। কিন্তু ইয়াত থকা মূল্যবান তথ্যবোৰ প্ৰায় ঠাইতেই ক'ৰ পৰা গোটোৱা হৈছে, তাৰ উল্লেখ নাই। ক'ৰবাত উল্লেখ থাকিলেও সি পদ্ধতিমূলক নহয়। গ্ৰন্থখন এনেকৈয়েই প্ৰকাশিত হ'লে, মূল্যবান, তথ্যপূৰ্ণ এই গ্ৰন্থখনো অপ্ৰামাণিক, বিৱৰণমূলক এখন গ্ৰন্থৰ শাৰীলৈ হয়তো নামি যাব। আনহাতে উৎসসমূহৰ পদ্ধতিমূলক উল্লেখেৰে, পাদটীকাৰ সংযোজনেৰে যদি গ্ৰন্থখন প্ৰকাশিত হয়, তেন্তে ই এক মূল্যবান গৱেষণাগ্ৰন্থ বুলি, গৱেষক ছাত্ৰৰ বাবে এক অপৰিহাৰ্য হাতপুথি বুলি পৰিগণিত হ'ব। শ্ৰীবৰুৱাৰ আগত মোৰ এই মন্তব্য দাঙি ধৰোঁতে তেখেতক কিন্তু এটি অনুৰোধ কৰিছিলোঁ। পাণ্ডুলিপিটোৰ বিষয়ে এই মন্তব্য মোৰ বুলি যেন তালুকদাৰে কেতিয়াও জানিব নোৱাৰে— যদিও মতামতটো তালুকদাৰৰ অৱগত কৰি পাণ্ডুলিপিটোৰ প্ৰয়ো-

জনীয় সংশোধন সাধন কৰিব লাগিব। এই মতামত মোৰ বুলি তালুকদাৰে জনাটো মই নিবিচৰাৰ কাৰণ, তালুকদাৰ মোতকৈ বয়সত ভালে কেইবছৰ ডাঙৰ ; আৰু লেখক হিচাপেও তেখেত আমাৰ সাহিত্যত সুপৰিচিতই অকল নহয়, সমাদৃতও। আনহাতে মই এক অজ্ঞাতকুলশীল। মোৰ দৰে লোকে তেখেতৰ দৰে লেখকৰ বিষয়ে এনে মন্তব্য দিলে সহিব নোৱাৰাই স্বাভাৱিক।

শ্ৰীবদন বৰুৱাই নন্দ তালুকদাৰক কি কলে বা নকলে নাজানো ; কিছুদিন পিছত কিন্তু দেখোঁ, বিশ্ববিদ্যালয় চৌহদৰ মোৰ আবাসত নন্দ তালুকদাৰ আহি উপস্থিত— আজি অত বছৰে দূৰে দূৰে দেখি অহা সেই নন্দ তালুকদাৰ। তাতকৈয়ো আচৰিত কথা, মোক দেখাৰ লগে তেখেতৰ মুখত বিৰিঙি ওলাইছে এক মিচিকি হাঁহি— তেখেতক লগ পোৱা সকলোৰে পৰিচিত সেই মিচিকি হাঁহিটি। হাঁহিটি মাৰিয়েই সমনীয়া আৰু কণিষ্ঠ বন্ধু সকলক সম্বোধিবলৈ তেখেতে সাধাৰণতে ব্যৱহাৰ কৰা সেই "ভাই" শব্দটি ব্যৱহাৰ কৰি তেখেতে মোক কলে, "এটি বিশেষ উপকাৰ কৰি দিয়াৰ বাবে কৃতজ্ঞতা জনাবলৈ আহিছোঁ, ভাই।" মই শংকা কৰামতে মোৰ মন্তব্যত তেখেতে অপমানিত বোধ নকৰি, তাৰ দ্বাৰা উপকৃতহে হোৱা বুলি মোক জনাবলৈ লৰি আহিছে এই মানুহজন! কেনে উদাৰ মনৰ চাণেকি। মোৰ লাজ লাগিল— তেখেতক মই যেন এজন ঠেক মনৰ লোক বুলি ভাবি অন্যায় কৰিছিলোঁ।

তালুকদাৰৰ অন্য এটা দিশ। ১৯৭৭ চনত অসম সাহিত্য সভাই তেজপুৰত পতা লেখক শিবিৰত যোগদান কৰিবলৈ গৈ তালুকদাৰৰ লগত একেলগে দুদিনমান থকাৰ সুযোগ পাইছিলোঁ। দিনটো সাহিত্যৰ আলোচনা আৰু তাক লৈ তৰ্ক বিতৰ্কৰ পিছত গধূলি হ'লে অনানুষ্ঠানিকভাবে অংশগ্ৰহণকাৰী সকলৰ মাজত বং-

তামচা হয়। সাধাৰণতে ব্যক্তি খোৱা বোৱাৰ সময়লৈকেহে এনে ৰং-তামচা হয় যদিও, কিছুমানে খাই বৈ উঠিও ইয়াক চলাইয়েই থাকে। তালুকদাৰক কিন্তু দেখিছিলোঁ, খোৱা বোৱাৰ পিছত ৰং তামচাৰ প্ৰতি উদাসীন হৈ পৰা। খোৱা বোৱাৰ আসৰ ধেমেলীয়া তালুকদাৰ এতিয়া হৈ উঠে তেনেই শহীন-গম্ভীৰ। এখন বহল মজিয়াত শাৰী শাৰীকৈ পাৰি দিয়া আমাৰ বিশ ত্ৰিশখন বিছনাৰ মাজৰ তেখেতৰ বিছনাখনত বহি, মূৰ শিতানৰ বেৰত আউজি লৈ, দুই আঠুত বহী এটি থৈ গম্ভীৰ তালুকদাৰ তেতিয়া কিবাকিবি লিখাত ব্যস্ত হয়। এনেভাৱে তেখেত তেতিয়া নিজৰ কামত নিমগ্ন হৈ পৰে যে, তেখেতৰ ওচৰলৈ গৈ আক চাবৰ বা সুধিবৰ সং নুকুৰে— কিনো তেনেকৈ লিখিবলৈ লৈছে। অৱশ্যে এই কথা সহজেই বুজা যায়, সেয়া তেখেতে ডায়েৰী লিখিছে— দিনটোৰ অভিজ্ঞতাৰ ব্যক্তিগত বিৱৰণ লিখি থোৱাত ব্যস্ত হৈছে।

লেখক হিচাপে তালুকদাৰ আছিল যেনে অবিশ্ৰান্ত আক তেখেতৰ লেখনি আছিল যেনে অবিৰত, তাতে চাই এক সুদীৰ্ঘ জীৱনৰ অধিকাৰী গৈ তেখেতে এনেকৈ ডায়েৰী লিখিব পৰা হ'লে, তেখেতৰ সেই ডায়েৰী হয়তো চেমুৱেল পেপিচৰ সুবৃহৎ অমূল্য ডায়েৰীৰ দৰেই এক অমূল্য ডায়েৰী হৈ প'লহেঁতেন। কিয়নো উভৱ সময়ৰ ডেউকাৰ পৰা সৰি সৰি পৰা সৰু ৰব কথা আক ঘটনাক সাদৰেৰে বুটলি ৰখাৰ প্ৰতি চেমুৱেল পেপিচৰ দৰে তালুকদাৰৰো আছিল এক মোহ। পিছে তালুকদাৰৰ জীৱন হ'ল অৰ্দ্ধ সমাপ্ত। কিমান বছৰ ধৰি তালুকদাৰে ডায়েৰী লিখিছিল আক তাত কেনেবোৰ কথা লিপিবদ্ধ কৰিছিল, তাকো মই নাজানোঁ। কিন্তু বছৰছৰ ধৰি নিলিখিলেও, মই অনুমান কৰা এই ডায়েৰী তেখেতে সঁচাকৈ যদি নিয়মীয়াভাবে লিখিছিল, তেন্তে ই অন্ততঃ আমাৰ "হৰকান্ত সদৰামীনৰ আত্মজীৱনী"ৰ লেখীয়া মূল্যৱান এক ডায়েৰী

নিশ্চয় হ'ব। কিয়নো আজিৰ সকবৰ ঘটনা আজিৰ ব্যক্তিগত অভিজ্ঞতাই এসময়ত মূল্যৱান তথ্যলৈ উন্নীত হয় বুলি তালুকদাৰ বাককৈয়ে সচেতন আছিল।

দৈনন্দিন জীৱনৰ এক ডায়েৰী নিষ্ঠাৰে আৰু একাধাৰে তালুকদাৰে লিপিবদ্ধ কৰিছিল বুলি তালুকদাৰক জনা সকলো মানুহেই জনা নাছিল যদিও তেখেতৰ ব্যক্তিগত গ্ৰন্থগাৰটোৰ কথা কিন্তু সকলোৱেই জানে। সন্দিকৈৰ পুথি ভঁৰালটোৰ দৰে দেশ-বিদেশৰ বিভিন্ন ভাষাৰ বচা বচা গ্ৰন্থৰ এই পুথি-ভঁৰাল নহয়। এই পুথি-ভঁৰাল হ'ল ঊনবিংশ শতাব্দীৰ আৰু বৰ্ত্তমান শতাব্দীৰ আদি ভাগৰ অসমৰ বিভিন্ন গ্ৰন্থ-আলোচনী-সংবাদ পত্ৰৰ সংৰক্ষণ-স্থলী। তালেকেইখন অধুনা দুষ্প্ৰাপ্য অসমীয়া পুথিৰ প্ৰথম সংস্কৰণো এই পুথি-ভঁৰালত সংৰক্ষিত হৈছিল। সুদীৰ্ঘকাল জীয়াই থাকি এই পুথি ভঁৰালৰ সংগ্ৰহ বঢ়াই নিব পৰা হ'লে, ই সমগ্ৰ অসমৰ এক জাতীয় সম্পদ হ'লহেঁতেন। যি অৱস্থাত তালুকদাৰে তাক এৰি থৈ গ'ল, তাৰ মূল্যও অৱশ্যে কম নহয়।

তালুকদাৰৰ এই গ্ৰন্থাগাৰৰ সম্পদসমূহৰ সংৰক্ষণ এনে সুশৃঙ্খল আছিল যে বৰ্ত্তমানৰেই হওক বা অতীতৰেই হওক, অসমৰ সাহিত্য সংস্কৃতিৰ কিবা এক খবৰ বিচাৰি তালুকদাৰৰ ওচৰলৈ গ'লেই তেখেতে তৎক্ষণিকে তাৰ যোগান ধৰিব পাৰিছিল। তাৰ এটি উদাহৰণ মোৰ অভিজ্ঞতাৰ ফালৰ পৰাই দিওঁহক। মোৰ পত্নী আৰু মই বহুবাৰ কোন লেখক কোন চনত ঢুকাইছিল বা কোন গাৱঁত উপজিছিল, কোনো লেখকৰ কোনোখন গ্ৰন্থ প্ৰথমে কোন চনত প্ৰকাশিত হৈছিল, কোনোখন আলোচনীৰ কোনোজন লেখক কোন চনৰ পৰা কোন চনলৈ সম্পাদক আছিল— এনেবোৰ তথ্য বিচাৰি নন্দ তালুকদাৰৰ ওচৰলৈ গৈছিলো। আৰু নন্দ তালুকদাৰে আমাক এনেবোৰ তথ্য একোটিৰ যোগান এটি মিটিকি হাঁহি মাৰি

ভিতৰত সোমাই পাঁচ মিনিটৰ ভিতৰতে ওলাই আহি ধৰিব পাৰিছিল। আনকি বহুতো তৰুণ লেখকৰ বিষয়ে এনে তথ্যৰ যোগান ধৰাত তালুকদাৰৰ বাবে সম্ভৱ আছিল।

ঊনবিংশ শতাব্দীৰ লেখকসকলৰ পৰা আৰম্ভ কৰি সাম্প্ৰতিক কালৰ ডেকা লেখকসকলৰ বিষয়ে তথ্যলৈকে অসমৰ সাহিত্য-সাহিত্যিক সম্পৰ্কীয় তথ্য তালুকদাৰে এনেদৰে মিচিকি হাঁহি এটিৰেই যোগান ধৰিব পৰাৰ এটি কাৰণ হ'ল— তালুকদাৰে প্ৰণয়ণ কৰিবলৈ হাতত লোৱা অসমীয়া সাহিত্যৰ এখন অতি প্ৰয়োজনীয় প্ৰসংগ গ্ৰন্থ। এই গ্ৰন্থ হ'ল গৈ হেঁতেন অসমীয়া সাহিত্যিকসকলৰ এখন পৰিচিতি-গ্ৰন্থ ( Who's Who )। এই কামৰ প্ৰাথমিক পৰ্যায়ত তেখেতে লেখকসকলৰ জীৱন সম্পৰ্কে এক প্ৰশ্নাৱলী যুগুত কৰি সকলো জীৱিত লেখকলৈ আৰু মৃত লেখকসকলৰ উত্তৰাধিকাৰী সকললৈ পঠিয়াই দি তাৰ উত্তৰ সংগ্ৰহ কৰি আনিছিল।

তালুকদাৰৰ ব্যক্তিত্বৰ এটি গুণে মোক বিশেষভাৱে মুগ্ধ কৰিছিল। অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ বিষয়ে তথ্য বা খবৰ বিচাৰি তালুকদাৰৰ ঘৰলৈ সঘনে বিভিন্ন লোকৰ আহ-যাহ ঘটিছিল। কেতিয়াবা এটা দলৰ পিছত আনটো দল বা এজনৰ পিছত আনজন বা উপৰা উপৰিকৈ দুদল বা দুগৰাকী। এবাৰ বাণী প্ৰকাশৰ স্বত্বাধিকাৰী শ্ৰীঅম্বিকাপদ চৌধুৰী আৰু শ্ৰীগিৰিপদ চৌধুৰীক তালুকদাৰে সহায় কৰি থাকোঁতেই গৈ পালোঁ মোৰ পত্নী আৰু মই। ইমানতো কিন্তু তালুকদাৰক কেতিয়াও ব্যতিব্যস্ত হোৱা দেখা নাছিলোঁ। বৰং আমাৰ আৰ্হত তেখেতক আমনি কৰা স্বত্বেও চাহ কাপ আৰু লগত কিবা জলপান দি মোৰ পোচ নকৰাকৈ তেখেতে আমাক বিদায় দিনিছিল। শ্ৰীমতী তালুকদাৰো তেখেতৰ আৰ্দ্দতে উঠিছিল বুলি বুজিছিলোঁ। চাহ-জলপান লৈ তেখেতেও আমাৰ ওচৰলৈ ওলাই আহে আৰু আমাৰ লগতে

হাঁহিমুখে কথা পাতে। আমাক সানন্দে কৰি দিয়া তালুকদাৰৰ কামত তেখেতে আৰু এক ওপৰঞ্চি সৌহাৰ্দ্যৰ স্পৰ্শ লগাই দিয়ে। তেখেতৰ ল'ৰা ছোৱালীইতকো আমাৰ ওচৰলৈ মতাই আনি পৰিচয় কৰাই দিয়া। ল'ৰা ছোৱালীৰ আগত লেখকসকলক পৰিচয় কৰি দিলে তেখেতে লেখকসকলৰ সাহিত্যিক পৰিচয়টো বিতংভাৱে দিছিল।

তালুকদাৰৰ ব্যক্তিত্বৰ অন্য এটি মোহনীয় গুণ আছিল এই যে তেখেতৰ লগত মত বিৰোধ থকা লোকসকলকো তেখেতে তেখেতৰ লগত একে মতৰ লোকসকলৰ সমানে আদৰ কৰিব পাৰিছিল। অৱশ্যে সেই বুলি তেখেতে এনে লোকৰ উপস্থিতিত নিজৰ মত লুকুৱাইছিল বা নিজৰ মতৰ পৰা হুহকি নগৈছিল। ১৯৮০ চন মাহৰ কথা। মোৰ অন্তৰংগ বন্ধু এজন তালুকদাৰৰ ঘৰত ৰহিছোঁ গৈ। সেই সময়তে ড° হেৰম্ব বৰপূজাৰীয়ে অসম সাহিত্য সভাৰ সৌজন্যত দিয়া তেখেতৰ বক্তৃতামালাত এই কথা সাব্যস্ত কৰিছে যে ঊনবিংশ শতাব্দীৰ অসমৰ স্কুল কাছাৰীত বঙালী ভাষা প্ৰৱৰ্ত্তন কৰা বাবে অসমীয়া মানুহে ইমান দিনে ভাবি অহা মতে বঙালী আমোলা সকল দায়ী নহয়। মোৰ বন্ধুজনৰ মতো এই বিষয়ত এয়েই বুলি তেখেতে তালুকদাৰৰ আগত এই মত দোহাৰিছে— কিয়নো এই বিষয়ে যি ভুল ধাৰণা অসমীয়া মানুহৰ মাজত যোৱা এশ বছৰে চলি আছে, তালুকদাৰৰ "সম্বাদ পত্ৰৰ ৰ'দ কাঁচলিত অসমীয়া সাহিত্য" গ্ৰন্থতো সি ঠাই পাইছে। মোৰ বন্ধুজন তালুকদাৰকো অন্তৰংগ বন্ধু; তদুপৰি তেখেতে তেতিয়া তালুকদাৰৰ ঘৰৰ অতিথি। তালুকদাৰে কিন্তু সমান দৃঢ়তাৰে আৰু সমানে উত্তপ্ত হৈ এই বিষয়ে মোৰ বন্ধুজনৰ লগত তৰ্কত প্ৰবৃত্ত হৈছে। তাৰ মাজতো তেখেতৰ প্ৰতি-পক্ষ - বন্ধুক আনহাতে তেখেতে চাহ-জলপান দিয়াইছে আৰু অন্য কোনো সৌজন্যৰে অভাৱ ঘটোৱা নাই। তৰ্কৰ শেষতো কোনোজনেই যদিও পৰাজয় স্বীকাৰ নকৰিলে, তথাপি তালুকদাৰে ঘৰৰ আলহী

বন্ধুৰ প্ৰতি সৌজন্য বজাই ৰাখি ঘৰৰ পৰা প্ৰায় আধা কিলোমিটাৰ দূৰলৈ আমাৰ লগতে ওলাই আহি শেষত 'ভাই' বুলি সম্বোধন কৰি আমি দুয়োকে বিদায় দিলে।

ইমানৰ পিছতো অৱশ্যে এই কথা কব লাগিব যে নন্দ তালুকদাৰৰ গ্ৰন্থৰাজিত পৰিবেশিত হোৱা চহকী তথ্য সম্ভাৰ সন্তোষজনকভাৱে তেখেতৰ দ্বাৰা সাধাৰণতে বিশ্লেষিত নহৈছিল। সেই তথ্যৰ তাৎপৰ্যৰ পুংখানুপুংখ তথা বুদ্ধি আৰু চিন্তা সমুজ্জল বিচাৰ তেখেতৰ ৰচনাৰাজিত প্ৰায়েই ধৰা নপৰিছিল। নিজৰ মনোভাৱক বহল অধ্যয়নৰ আৰু অনুশীলিত চিন্তাৰ সহায়ত গঢ় দি নিজৰ বক্তব্য বা মতামত গ্ৰন্থৰাজিৰ মাজেদি প্ৰকাশ কৰিব পৰা এটা অৱস্থালৈ নন্দ তালুকদাৰ উত্তীৰ্ণ হোৱাৰ আগতে তেখেতে আমাৰ মাজৰ পৰা আঁতৰি যাবলগীয়া হ'ল। ভাষা আছিল নন্দ তালুকদাৰৰ তেনেই সৰল আৰু নিৰাভৰণ। তালুকদাৰ যি শ্ৰেণীৰ বিৱৰণমূলক গদ্যলেখক, তাৰ বাবে এনে গদ্যই অৱশ্যে প্ৰশস্ত। হ'লেও প্ৰয়োজন অনুসৰিও তালুকদাৰে এনে ভাষাত বৌদ্ধিক বা আৱেগিক প্ৰতিক্ৰিয়াৰ সঞ্চাৰ কৰিব পৰা নাছিল। এনেবোৰ কাৰণতেই তেখেতৰ ৰচনাৰাজি পঢ়ি সাধাৰণতে অনুভৱ কৰা হৈছিল এক যথোপযুক্ততাৰ অভাৱ ( insufficiency )। আৰু ইয়াৰ বাবেই তেখেতৰ চুটি জীৱনটোত তেখেতে যিখিনি লিখি থৈ গ'ল, সেই লিখনিৰ বাবে তেখেতে যোগ্যতা আৰ্জিব পাৰিলে মাথোন এজন তথ্যৰ আৰু সত্যৰ নিবেশক হিচাপে ( recorder of facts )

অৱশ্যে বয়সৰ লগে লগে তেখেত নিশ্চয় ইয়াৰ উৰ্দ্ধলৈ গ'লহেতেন আৰু ইয়াতকৈও ওপৰৰ শ্ৰেণীৰ এক লেখক হিচাপে আমাৰ সাহিত্যত প্ৰতিষ্ঠিত হোৱাৰ আশা আছিল। কিয়নো তেখেতৰ প্ৰতিখন কিতাপৰ প্ৰকাশৰ পিছতেই কিতাপখন পঢ়ি মানুহে তাত কি দোষ ত্ৰুটী পালে, তাক জানিবলৈ অতি আগ্ৰহী আছিল।

এই কথা মোৰ অভিজ্ঞতাৰ পৰাই মই দেখিছিলোঁ। তেখেতৰ প্ৰায়বোৰ কিতাপৰেই প্ৰকাশৰ পিছত মোক লগ পালে বা লগ ধৰি, কিতাপখন কেনে পালোঁ আগ্ৰহেৰে সুধিছিলোঁ। "ভাল পালো" বুলি পাল মৰা বিধৰ উত্তৰ দিলে তালুকদাৰ সন্তুষ্ট নহৈছিল; আৰু কি কি বেয়া পালোঁ তাকেহে কৰ লাগে বুলি টানি ধৰিছিল। যি নিষ্ঠাৰে তালুকদাৰে কাম কৰিছিল, সেই নিষ্ঠাৰ ফলত এনে এটি নিজৰ ক্ৰুটী জানিবলৈ থকা আগ্ৰহেৰে তালুকদাৰে নিশ্চয় আৰু অধিক মূল্যৱান গ্ৰন্থ সময়ত আমাক দিব পাৰিলেহেঁতেন।

এয়েই আছিল মই লগ পোৱা নন্দ তালুকদাৰ— অমায়িক, মোহনীয় অথচ দৃঢ় ব্যক্তিত্বৰ এগৰাকী লোক। এক জীৱন— যি হৈছিল অসমীয়া ভাষা, সাহিত্য, সংস্কৃতিৰ সেৱাত সম্পূৰ্ণৰূপে উৎসৰ্গিত।

× × ×

# সাধক সাহিত্যিক নন্দ তালুকদাৰৰ স্মৃতিত

## ডঃ লক্ষ্যহীৰা দাস

চিৰচেনেহী ভাষা জননীক যি কেইগৰাকী মুষ্টিমেয়, প্ৰতিশ্ৰুতি সম্পন্ন, নিষ্ঠাবান আৰু আদৰ্শবান সাহিত্য সাধকে অকলুষ অনুৰাগ আৰু পৰিশ্ৰম লব্ধ সাহিত্যকৰ্ম্মৰ অবিহণাৰে সালঙ্কৃত কৰিছে আৰু ভৱিষ্যতেও বিশ্বজোৰা গৌৰৱৰ অধিকাৰী হবলৈ যিসকলৰ আছিল এক শুভপন— সেই সকলৰ অন্যতম হ'ল আমাৰ মাজৰ পৰা অকালতে হেৰাই যোৱা বিশিষ্ট জীৱনীকাৰ, নিবন্ধকাৰ, সংগ্ৰাহক আৰু সংকলক নন্দ তালুকদাৰ। সাংসাৰিক দায়-দায়িত্ব মূৰ পাতি লৈয়ো সাহিত্য সেৱাৰ বাবে এক অনমনীয় দৃঢ়তা আৰু বিৰল আনুগত্যাৰে কেই-বাদশক জোৰা কঠোৰ শ্ৰম কৰি অসমীয়া সাহিত্যৰ জগতত যেতিয়া নন্দ তালুকদাৰ এক ব্যক্তিৰ পৰা অনুষ্ঠানলৈ ৰূপান্তৰিত হৈছিল, যিসময়ত যশোলক্ষ্মীয়ে জয়ৰ গৌৰৱমালা হাতত লৈ এই নীৰৱ নিৰহংকাৰী সংগ্ৰামী সাহিত্যিক গৰাকীক বৰণ কৰিবলৈ আগবাঢ়ি আহিছিল তেনে সময়তে মহাকালে অতি অতৰ্কিতে অসময়ত আক-স্মিক ভাৱে জাবি কৰিছিল পৃথিবীৰ মায়ামোহ, সাহিত্য-চৰ্চ্চা আৰু সেৱাৰ অদম্য হেপাহ কাটি কৰি থৈ নিৰুদ্দেশ যাত্ৰাৰ এক অলংঘনীয় নটিচ তেওঁৰ সন্মুখত। জীৱন উপচি থকা আশা-আকাঙ্খা, প্ৰেম-বন্ধন, অধ্যয়ন, অন্বেষণ, চিন্তা-ভাৱনা সকলোতে পৰিসমাপ্তিৰ ৰেখা টানি দি গৈছে তিৰাশীৰ ২৬ ফেব্ৰুৱাৰীৰ কাল সন্ধিয়া সেই জীৱনপ্ৰেমী, কৰ্মবিলাসী আৰু তত্ত্বপিপাসু নন্দ তালুকদাৰ শুই পৰি-ছিল চিৰ নিদ্ৰাত, অগণন গুণমুগ্ধ ব্যক্তি আৰু অনুষ্ঠানে অশ্ৰু বিন্দুৰে সিক্ত সজল কৰি উপহাৰ দিয়া হেজাৰ ফুলৰ শয্যাত।

আজি ব্যক্তিগত বহুতো কথাই স্মৃতিয়ে কঢ়িয়াই আনিছে। মৰ্ম্মান্তিক খবৰটো সেইদিনা পাই ৰাতি ৮ বজাত লৰি গৈছিলো হস্পিতাললৈ। যোৱাৰ আগতে ভাবিছিলো কি নিম বাৰু হাতত সেই মৰণযাত্ৰীৰ বাবে? বাগিচাত সোমাই চিৰিবংকৈ মনত পৰিল কেইদিনমান আগৰ কথা। বাগিচাত ব'দলৈ ফুলা হালধীয়া গোলাপ-জোপাৰ মাটি খুচুৰি আছিলো। এনেতে হাতত বেগলৈ নন্দ সোমাই আহিল বদতে মূঢ়া পাৰি বহিল আৰু ক'লে—
"হালধীয়া গোলাপ ইমান ডাঙৰ আৰু উজ্জ্বল বৰণৰ মই আগতে দেখা নাই। নিও নিও লাগিছে, পিছে আপুনি ক'ত দিবযেন পাওঁ?
"এইবাৰ প্ৰথম ফুলিছে। গতিকে আজি নিদিও, কেতিয়াবা পিছত নিবা বাৰু।"
কৃত্ৰিম ধেমালিৰ সুৰত—"কেতিয়াবা মই এইপিনে গ'লে মনে মনে লৈ যাম আপুনি গমেই নাপাব। তেতিয়া আৰু "প্ৰখ্যাত ফুলচোৰ নন্দ তালুকদাৰ বুলি প্ৰচাৰ নকৰিব দেই বাইদেউ।"

তাৰ পিছত বহুত হাঁহি, বহুত কথা, চাহ, মৰমৰ কাজিয়া, ঠাট্টা মস্কৰা আৰু শেষত '৮৭ চনৰ ভাৰতীয় লিখক সন্থাৰ অভি-বৰ্ত্তনলৈ মোৰ লগত যোৱাৰ পকা বন্দবস্ত। শেয়ে শেষ দেখা আৰু আমাৰ অন্তিম কথাবতৰা। টৰ্চটো মাৰি গোলাপজোপালৈ চালো। মনটো বেদনা মিশ্ৰিত আনন্দৰে উপচি পৰিল। ৪/৫ পাহ ডাঙৰ হালধীয়া গোলাপ তজবজাই ফুলি আছে। লৰালৰিকৈ চিঙি ললো।

সেই ফুলকেইপাহ নন্দৰ কাৰণেই যেন ফুলিছিল। তাৰ পিছত এটি ম্ৰিয়মান মনলৈ হস্পিতাল পালোগৈ। বাৰান্দাত তেতিয়া ছাত্ৰ সন্থা আৰু অন্যান্য অনুষ্ঠানে ফুলেৰে, পতাকাৰে, ধূপ ধূনাৰে সজ্জিত কৰিছে সেই মহাপ্ৰয়াণৰ যাত্ৰীক। শুভ্ৰ আৱৰণীৰে আবৃত হৈ পৰি আছে প্ৰাণহীন দেহ। চকুৰ পানী ধাৰাসাৰে নিগৰি

আছিল। কঁপা হাতেৰে হালধীয়া গোলাপ কেইপাহ বুকুত থৈ প্ৰণাম জনালো। মনত পৰিল কবি জীৱনানন্দৰ এবাৰি কবিতা—

আমৰা মৃত্যুৰ আগে কি বুঝিতে
চাই আৰ? জানি না কি আহা
সব ৰাঙা কামনাৰ
দেযালেৰ মত
এসে জাগে,
ধূসৰ মৃত্যুৰ মুখ, একদিন পৃথিবীতে
স্বপ্ন ছিল, সোণা ছিল যাহা
নিৰুত্তৰ শান্তি পায, যেন কোন মাযাবীৰ
প্ৰযোজন লাগে।

নন্দ তালুকদাৰৰ এই অভাৱনীয় মৃত্যুত বিপৰ্য্যস্ত হৈছে এটি পৰিয়াল, যি পৰিয়ালৰ সমস্ত দায়িত্ব আছিল তেওঁৰ ওপৰতে। অৱশ্যে এই কথা কোৱা নিষ্প্ৰয়োজন যে তেওঁৰ মৃত্যুত অকল এটি পৰিয়ালৰেই সাংঘাতিক দুৰ্যোগ নহয়, অসমীয়া সাহিত্যৰ অগ্ৰগতিৰ ক্ষেত্ৰটো এই এক প্ৰচণ্ড বাধা, সাংঘাতিক আঘাত। এক জাতীয় ক্ষতি। মেথু আৰ্নল্ডে কলেৰিজ সম্পৰ্কে এবাৰ কৈছিল— "*Coleridge is famous not because what he did but for he would have done.*"

নন্দ তালুকদাৰ সম্পৰ্কেও একে কথাকে কব পাৰি। একাৰন্ন বছৰীয়া চুটি জীৱনকালত তেওঁ সাহিত্য ক্ষেত্ৰলৈ যি অমূল্য অৱদান দি গ'ল তাতকৈয়ো বহুত বেছি কৰাৰ সম্ভাৱনা আৰু পৰিকল্পনা আছিল ভৱিষ্যতে। কিন্তু নিয়তিয়ে সেই আশাৰ পূৰ্ণতাত দিলে বাধা। অসমীয়া সাহিত্যৰ ভঁৰাললৈ স্বৰ্গীয় তালুকদাৰে অৱদান দি যোৱা সাহিত্যিক অৱিহণাখিনিৰ কথা এইখিনিতে স্মৰণযোগ্য। এইখিনি হ'ল—

জীৱনী গ্ৰন্থ :

(১) বনফুলৰ কবি ডুবৰা, (২) কালিবাম মেধি, (৩) হেম বৰুৱা, (৪) প্ৰসন্ন লাল (৫) সীতানাথ ব্ৰহ্ম চৌধুৰী, (৬) সূৰ্য্য কুমাৰ ভূঞা, (৭) বিৰিঞ্চি কুমাৰ বৰুৱা (আধৰুৱা) (৮) জীৱন স্মৰণ, (৯) চিৰ চেনেহী মোৰ ভাষা জননী।

সমালোচনামূলক গ্ৰন্থ :

(১০) সংবাদ পত্ৰৰ ব'দকাচলিত অসমীয়া সাহিত্য, (১১) কবি আৰু কবিতা, (১২) অসমীয়া সাহিত্য বিচিত্ৰা।

সম্পাদিত গ্ৰন্থ :

(১৩) কনকলাল বৰুৱা (১৪) আনন্দ ৰাম ঢেকিয়াল ফুকন ৰচনা সংগ্ৰহ, (১৫) নৱনীচন্দ্ৰ বৰদলৈ ৰচনাৱলী, (১৬) ৰঘুনাথ চৌধাৰী স্মৃতিগ্ৰন্থ, (১৭) পদ্মাৱতী দেৱী ফুকননী ৰচনাৱলী (যুটীয়া ভাৱে) (১৮) ৰুক্মিণী হৰণ (১৯) পাৰিজাত হৰণ (২০) অৰ্জুন ভঞ্জন (২১) এ. কে. গাৰ্ণিৰ কাণি বেহেৰুৱাৰ সাধু, (২২) অচিনা, (২৩) ৰৌদ্ৰ নীলিমা (যুটীয়া ভাৱে)

"আনন্দৰাম ঢেকিয়াল ফুকন এণ্ড দি আৰ্লি নাইনটিন চেঞ্চুৰি" শীৰ্ষক গৱেষণা গ্ৰন্থৰ বাবে তেওঁ অপৰিসীম পৰিশ্ৰম কৰিছিল। কিন্তু বিধাতাৰ বিধানত জীৱনকালত তাৰ ফল ভোগ কৰিবলৈ নেপালে যদিও গুৱাহাটী বিশ্ববিদ্যালয়ে মৰণোত্তৰ ভাৱে তেওঁক ডক্টৰেট ডিগ্ৰী প্ৰদান কৰিছে। জ্ঞান পিপাসু আৰু গ্ৰন্থ-প্ৰেমী নন্দ তালুকদাৰৰ আন এটা বিশিষ্ট অৱদান হ'ল সংগ্ৰহৰ ক্ষেত্ৰত। নিজৰ ঘৰতে সীমিত উপাৰ্জনৰ পৰাই গাখিৰ ধন ভাঙি তিল তিলকৈ গঢ়ি তোলা সেই পুথিভঁৰালটিত বহুত ন-পুৰণি আৰু দুষ্প্ৰাপ্য পুথি কাকতপত্ৰ তেওঁ সযতনে গোটাই লৈছিল। মোৰ পৰাও তেওঁ ভালে কেইখন কিতাপ খুজি নিছিল আৰু তাৰ ফটোষ্টেট কপি আৰু টাইপ কপি কৰি মোৰ সময়মতে ঘূৰাই

দিছিল। এই ক্ষেত্ৰত নন্দ তালুকদাৰ আছিল অতি আস্থা ভাজন। কটন কলেজত পঢ়ি থাকোঁতেই প্ৰকাশ পোৱা মোৰ প্ৰায় প্ৰকাশিত পুথি "প্ৰথমা" খনৰ কোনো কপি মোৰ হাতত নথকাত মই তেওঁৰ পুথিভঁৰালতহে এবাৰ চাইছিলোঁ গৈ কেইবছৰ মান আগতে। ৫/৬ শ খন আলোচনী, সংবাদ পত্ৰ, ১০ হেজাৰো অধিক গ্ৰন্থ। ১২শ খন ন-পুৰণি কাব্য, ৬০০ খন নাটক আৰু অন্যান্য বহুতো সৰু ডাঙৰ পুথি, প্ৰচাৰ পত্ৰিকা তেওঁ বহু ঠাইত ঘূৰিপকি খুজি মাগি আনি সংগ্ৰহ কৰিছিল। তদুপৰি অসমৰ বিশিষ্ট বয়োবৃদ্ধ কবিসকলৰ স্বৰচিত কবিতাৰ আবৃত্তি তেওঁ বাণীবদ্ধ কৰিছিল ভবিষ্যতে সেই কণ্ঠ হেৰাই যাব-বুলি। কথা প্ৰসঙ্গত এবাৰ কৈছিল— "আপোনাৰ পাল পৰিব আৰু। কোন কবিয়, কবিতা আবৃত্তি কৰি টেপ কৰিবলৈ সাজু হৈ থাকিব দেই।" এনেদৰেই অসমীয়া ভাষা সাহিত্যৰ এক অভাৱ দূৰ কৰিবলৈ আৰু উত্তৰ পুৰুষৰ গৱেষণাৰ পথ প্ৰশস্ত কৰিবলৈ দূৰদৰ্শী নন্দ তালুকদাৰে পৰিকল্পনা কৰিছিল।

ব্যক্তিগত জীৱনত নন্দ তালুকদাৰৰ লগত মোৰ সম্পৰ্ক বহু পুৰণি আৰু সেয়ে তেওঁ সংগ্ৰামী জীৱনৰ ব্যক্ত অব্যক্ত বহু কাহিনী, ক্ষোভ, দুখৰ কথা শুনাৰ সুযোগ পাইছিলোঁ। সুদীৰ্ঘ দিনৰ সংস্পৰ্শৰ পৰা তেওঁৰ মাজত যি কেইটা বৰণীয় দিশৰ সন্ধান পাইছিলোঁ সেই কেইটা হ'ল চৰিত্ৰৰ অমায়িকতা, কৰ্মত প্ৰচাৰ বিমুখিতা, সৃষ্টিত মননশীলতা, আৰু জীৱনযাত্ৰাত মানবীয়তা। গভীৰ অধ্যয়ন আৰু আপুৰুগীয়া গবেষণা কাৰ্য্যত সদা নিমগ্ন আছিল। যদিও বাহিৰত অমায়িক তালুকদাৰক এজন অখ্যাতনামা সাহিত্যকৰ্মীৰ ৰূপতহে বাটে-ঘাটে, সভাই সমিতিয়ে দেখা পাইছিল বাইজে। নিজৰ ঢুলুঙা অজানকে প্ৰচাৰ মাধ্যমৰ সহায়ত দহগুণ কৰি, দেখুৱাই ৰাইজক আচুৰা ভৰা আৰু নিজৰ ঢোল কোবোৱাতে ব্যস্ত থকা

বিছু সাহিত্যিকৰ মাজত তেওঁ আছিল এক উজ্জ্বল ব্যতিক্ৰম। প্ৰচাৰ প্ৰশংসাৰ বাবে তেওঁ হাবাথুৰি খোৱাতো নাছিলেই বৰং নিজৰ কোনো সাহিত্য কৰ্ম্ম তথা আচনিৰ কথা সদৰি কৰিবলৈ তেওঁৰ আছিল এক স্বাভাবিক লজ্জাবোধ আৰু সংকোচ। তেওঁক প্ৰশংসা কৰিলে তৎক্ষণাত কথা প্ৰসঙ্গ সলাই প্ৰায়েই— "বাইলেউ পৃথিবীৰ মহান সাহিত্যিক, কলাকাৰ সকলে নীৰৱ সাধনাৰ কিমান মহৎ অৱদান দি গৈছে, তাৰ তুলনাত আমাৰ এইবোৰ কাম কিমান যে নগন্য!" এয়ে আছিল নন্দ তালুকদাৰৰ দৃষ্টিভঙ্গী।

বহুতো ঠাইত ভালেমান সভা সমিতিলৈ একেলগে গৈ আৰু বহুদিনীয়া পাৰিবাৰিক সম্পৰ্কৰ ফলত এই কথা মৰ্ম্মে মৰ্ম্মে উপলব্ধি হৈছে যে, সাম্প্ৰতিকভাৱে এখন অস্থিৰ অশান্ত স্বাৰ্থৰে উন্মত্ত পৃথিৱীত য'ত মানুহৰ মাজতে থাকিও মানুহৰ অভাৱৰ অহৰহ এক নিসংগবোধে বুকু গুদা কৰি ৰাখে তেনে এখন পৃথিৱীতো কিছুমান খাতি মানুহ আছে। সেই খাতি মানুহৰ এজন, নন্দ তালুকদাৰ হঠাতে হেৰাই যোৱাত সেয়েহে আমাৰ ইমান কষ্ট, পাহৰিব নোৱাৰা দুখ।

আজি সেই সাধক সাহিত্যিক আৰু "মানুহ" নন্দ তালুকদাৰৰ সোঁৱৰণত আগবঢ়াইছো মোৰ অন্তৰ নিগৰি ওলোৱা স্নেহ-ব্যথা-শ্ৰদ্ধা মিশ্ৰিত অশ্ৰু অঞ্জলী। তেওঁৰ স্বৰ্গগত পুণ্যাত্মাৰ শান্তিলাভৰ বাবে ভগৱন্তৰ চৰণত জনাওঁ কাতৰ প্ৰাৰ্থনা।

× × ×

# অধ্যাপক নন্দ তালুকদাৰৰ জাতীয়তাবোধ

ডঃ প্ৰবীণ চন্দ্ৰ শৰ্মা

ৰাতি প্ৰায় ১০ মান বজাত ফোনটো বাজি উঠে। কিবা নতুন খবৰ আছে নেকি সোধে। মই অলপ দূৰত থাকো আৰু জনসংযোগৰ প্ৰায় বাহিৰত। তেতিয়া খবৰো বিশেষ নাপাওঁ। এখন দীঘল তালিকা একালৰ পৰা পটি যোৱাৰ দৰে লাগে। খবৰবোৰে মোক স্পৰ্শ নকৰিব পাৰে, এই ভাৱত। ৰেডিঅ' খবৰবোৰ বিশ্বাস কৰিব নোৱাৰি। বি. বি. চি. বা ভইচ্ অব্ আমেৰিকা ধৰিব পাৰিলো নে সোধে। এটা অস্থিৰ অৱস্থা। বিপদ যেন ক্ৰমে ঘণীভূত হৈ আছে।

১৯৮৩ চনৰ বছৰটো এটা ভয়ঙ্কৰ দুৰ্যোগ নমাদি অসমৰ বুকুলৈ নামি আহিল। কেৱল আৰ্ত্তনাদ—অসহায়ৰ হা-হুমুনিয়াহ আৰু দানৱৰ আস্ফালন। অসম মাতৃৰ বুকুৰ বাধাৰে ভৰা আৰু চকু লোতকেৰে অভিষিক্ত। ধৰিত্ৰীয়ে বা ইমান বেদনা কেনেকৈ সহি আছে। গছলতা তৃণ-তৃণ বিহঙ্গম আৰু বনৰ জন্তুবোৰ থৰ হৈ গৈছে। মানুহে মানুহৰ কাৰণে কৰা অবিচাৰৰ কাৰণে প্ৰকৃতি লাজত নতশিৰ হৈছে। মই একালৰ পৰা শুনি যাওঁ। মাজে মাজে মাথোন হা না ও কি কিয় কেনেকৈ বুলি কোৱাৰ বাহিৰে আন একো কোৱাৰ অৱকাশেই নাথাকে। প্ৰতিদিন ৰাতি ১০ বজাত গোটেই দিনটোত ঘটা ঘটনাবোৰৰ এটা সমীক্ষা। শেষত এটা মন্তব্য, "মৰিলে স্বৰ্গ, জবিলে দেশ"। যি জাতিৰ বীৰত্ব নাই, সেই জাতিৰ জীয়াই থকাৰ সাৰ্থকতাই বা ক'ত।" আয়াৰলেণ্ডৰ

কথা মনত পৰে। এবছৰ দুবছৰ নহয়, এশবছৰ দুশবছৰ নহয় সাতশ পঞ্চাচ বছৰ মহা পৰাক্রমী বৃটিছ সকলৰ লগত যুদ্ধ কৰিছিল। পৰাধীনতা বৰণ নকৰিবলৈ হেজাৰ হেজাৰ সাহসী ডেকাই প্ৰাণ বিসৰ্জন দিছিল। অসমৰ স্বাধীনতা বাৰু কোনোবা বিদেশীয়ে কাঢ়ি লব নেকি?

অধ্যাপক তালুকদাৰে বৰ আক্ষেপ কৰি কৈছিল যে অসমীয়া মানুহবোৰ একগোট হৈ থাকি জাতিৰ হকে কাম কৰিবলৈ শিকা নাই। কোনোবা এজন অলপ ওপৰলৈ উঠা দেখিলে আনৰ সন্দেহ ওপজে। যোগ্যতাক বিশ্বাস কৰিব নোখোজে। কোনোবাই কিবা ভুল কৰিলে তাক পৰ্বত প্ৰমান কৰি নমাবলৈ উঠি-পৰি লাগে, উঠাত সহায় নকৰে। এমুঠি মানুহ। যোগ্যতাৰে বা কিমান বিচাৰ হব।

জানুৱাৰীৰ এক তাৰিখটো অসমীয়াৰ নতুন বছৰৰ প্ৰথম দিন নহয়, কিন্তু অফিচ-কাচাৰী, হাটে-ঘাটে লাগে, ব্যৱহাৰ হয়। সেইদিনাই আকাশত বগা-নীলা অসংখ্য বেলুন উটি ভাহি ফুৰিলে। বেলুনত লিখা আছিল, "অবৈধ বিদেশী নাগৰিকবোৰক বহিষ্কাৰ কৰক।" "বিদেশীৰ চক্ৰান্তৰ পৰা অসমক মুক্ত কৰক।" "অবৈধ নিৰ্ব্বাচন বন্ধ কৰক।" ৰাতি সাত বজাতে তালুকদাৰে ফোন কৰি কলে "মানুহ আৰু মানুহে পতা বাজন্য বৰ্গই অসমৰ আৰ্ত্তনাদ শুনিলে। অন্তৰীক্ষৰ জনাৰ লগীয়া হৈছে অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামৰ কথা। ভগৱানে এই সৰু জাতিটোৰ ক্ৰন্দন বাৰু শুনিছেনে? ভগৱানে শাসক বৰ্গক শুভবুদ্ধি সম্পন্ন কৰক। চাৰি জানুৱাৰীত প্ৰফুল্ল মহন্ত, ভৃগু ফুকন, জয়নাথ শৰ্মা, নৰেন তাঁতী, বিৰাজ শৰ্মা আৰু অতুল বৰাক আমাৰ আজলী অসমী আই বুকু পাতি ধৰক যেন দুবৃত্তই কোনো প্ৰকাৰে অসমী আইৰ বুকু গহ্বৰি খাব নোৱাৰে, অবৈধ বিদেশীয়ে আৰু সন্তানত আঘাট হানিব নোৱাৰে।"

জানুৱাৰীৰ পাঁচ তাৰিখে বাতি কোনটো বাজিল। মৰ্মাহত তালুকদাৰে দুখেৰে জনালে, "অসমৰ এই ভয়ানক দুৰ্যোগৰ সময়ত কাৰত থিয় হবলৈ কোনো মানুহ নাই। দুই কৌটি মানুহৰ ভিতৰত কিজানি ৫-৬ নিযুতে কেনেকৈ বাকীখিনিৰ কণ্ঠ বোধ কৰিব পাৰি, চেপি, খুন্দি নিশ্চিহ্ন কৰিব পাৰি তাৰেই চিন্তা কৰিছে। সত্তৰ কৌটি ভাৰতবাসীৰ মাজত আজি ডেৰ কৌটি ভাৰতীয়ৰ প্ৰাণবায়ু উৰি যোৱাৰ অৱস্থা। ৰাজনীতিৰ বিচাৰ কি মানুহৰ নীতিৰ বিচাৰৰ আধাৰত প্ৰতিষ্ঠিত হোৱা নাই? তালুকদাৰে আক্ষেপ কৰে। গধুৰ মনটো আৰু গধুৰ কৰে। হতাশাত মনটো ডুবি যাব খোজে।

ডিজৰেলি আৰু গ্লেডষ্টোনৰ কথা মনত পৰে। নেপোলিয়ন আৰু আলেকজেণ্ডাৰৰ কথাও মনত পৰে। উলৰ কাৰণে বৃটিছ চৰকাৰে কানাডাত প্ৰবৰ্ত্তন কৰা নীতিৰ কথা মনলৈ আহে। ভাৰতত নিগাজী শাসন প্ৰবৰ্ত্তনৰ কাৰণে চাৰ্চিল আৰু এটলিয়ে কৰা বিবেচনাৰ কথা মনলৈ আহে। অটো ভন্ বিচমাৰ্কৰ সাম্ৰাজ্যবাদী সম্প্ৰসাৰণৰ নীতিৰ কথাই মনত দোলা দি যায়।

আই অসমীৰ মাটিত মৰা গছ জী উঠে। মাটিৰ তলত সোণৰ চেকুৰাবোৰ, গছত সোণৰ ফুল আৰু ফল। লম্পট আৰু কপট ব্যৱসায়ীক' শোষণৰ যন্ত্ৰ চালকক আৰু কাৰিকৰক অসমী আয়ে সম্মোহিত কৰে। আহে, কোনো নাযায়। মগনীয়াও নাযায়, ভগনীয়াও নাযায় আৰু দালালবোৰো নাযায়। খুলি-খুলি খায় আৰু হাড়ে-হালে লাগিব খোজা অসম মাতৃৰ সন্তানবোৰক অত্যাচাৰ কৰে, উৎপীড়ন কৰে। অত্যাচাৰ আৰু উৎপীড়ন সহ্য কৰিব নোৱাৰি হাহাকাৰ কৰে, কিন্তু কোনোৱে কাৰত ঠিয় নহয়। সিঁহতবোৰে বৰডোল বজাই কয় যোলে ভাৰত মাতাই চিৰকাল উদাৰতাকে বহন কৰি আহিছে। ইয়ো এক দাসত্বৰে মনোবৃত্তি। ১৮৬১ খৃষ্টাব্দত

আমেৰিকাত নিগ্ৰো ক্ৰীতদাসৰ সংখ্যা ৪০,০০,০০০ যে হৈছিল সেই সংখ্যাটো মনৰ দাপোনত ভাঁহি উঠে।

দিনবোৰ আগুৱাব নোখোজে। সন্দেহে মানুহৰ মনবোৰ বিষাক্ত কৰি পেলাইছে। কণ কণ ল'ৰা-ছোৱালীয়ে ভবিষ্যত জীৱনৰ নিৰাপত্তাৰ কথা চিন্তা কৰি বিব্ৰত বোধ কৰিছে। পঢ়া-শুনা, কাম-কাজ, খোৱা-লোৱা একোতে মন নবহে। খবৰৰ কাগজ খনলৈ বৈ থাকে। ক'ত বা কি অঘটন ঘটিল। কাকবা জেলত ভৰাই থলে। কিমানে নিৰ্যাতন ভোগ কৰি শান্তিবাহিনীৰ হাতত মৃত্যুক আকোৱালি ললে। তালুকদাৰে আকৌ ফোন কৰিলে। "জীৱন লাহনৈ পুলিচৰ গুলিত প্ৰাণ ত্যাগ কৰিলে। ১২ৰ পৰা ১৬ বছৰীয়া দিব্যজ্যোতি, ললিত আৰু নিৰ্মল পুলিচৰ গুলীত তেতেলিচোৰাত বেয়াকৈ আহত। এবা, কণ কণ ময়নাহঁতক গুলীয়াই শেষ কৰি দিব পাৰিলে অসমত বিদেশীয়ে পৰিকল্পনা কৰাতকৈ আগতে নিগাজী ভাৱে স্বাধীন ৰাজ্য বিস্তাৰ কৰি— সুখে সন্তোষে থাকিব পাৰিব।

আৰু কেইটামান দিন বাগৰি গ'ল। ২১ জানুৱাৰীত কোনোৱা এগৰাকী ৰাজপেৱীয়ে কৈছে বোলে অসমত নিৰ্বাচন হবই। আৰু নিৰ্বাচনৰ মূল লক্ষ্য হৈছে অসমীয়া জাতিৰ উন্নতি আৰু অগ্ৰগতিৰ কাৰণে। তালুকদাৰে মন্তব্য কৰিছিল, "সমগ্ৰ অসমীয়া জাতি নিৰ্বাচন বিৰোধী আৰু আত্মৰক্ষাৰ কাৰণে ব্যাকুল। সেই সময়ত অসমৰ বাহিৰৰ ৰাজনীতিজ্ঞ সকলে অসমৰ উন্নতিৰ হকে নিৰ্বাচনৰ কাৰণে ব্যাকুল। কেনেকুৱা সামঞ্জস্য বিহীন এটা যুক্তি। অসমীয়া আজি নিজে নিজৰ ভাগ্য নিয়ন্ত্ৰণ কৰিবলৈ অসমৰ্থ হোৱা যেন লাগিছে। এই অৱস্থা দীৰ্ঘদিনীয়া হলে অসমীয়া জাতিটোৱে লোপ পাই যাব।"

২২ জানুৱাৰীৰ বাতিপুৱা ৭ মান বজাত ফোনটো আকৌ বাজিল। প্ৰাতঃ সম্ভাষণ জনাই খবৰৰ কাগজত থকা সৰ্কাৰী খবৰবোৰ একোলৰ

পৰা কৈ গ'ল। শেষত ক'লে— 'পৃথিবীত ভাল মানুহ এতিয়াও বহুত আছে। তেওঁলোকে অসমৰ বিপদটো নিজৰ বিপদ বুলি গণ্য কৰিছে। পাটনাত যোৱাকালি ছয়জন সৰ্বোদয় নেতাই অসমত পাতিব খোজা নিৰ্বাচন অবৈধ আৰু অসাংবিধানিক বুলি কৈছে।' ভোট-দাতাৰ তালিকা সংশোধন নকৰাকৈ যে নিৰ্বাচন পতা অবৈধ এই কথা বুজি নোপোৱা কোনো মূৰ্খ নাই। সহজ সৰল অসমীয়া প্ৰাণ তালুকদাৰৰ কলিজা দগ্‌মগ্ কৰে। অসমীয়াৰ ভাগ্য যেন গভীৰ অন্ধকাৰে এফালৰ পৰা আচ্ছন্ন কৰি আনিছে।

এনে ধৰণৰ অসংখ্য উক্তি অধ্যাপক তালুকদাৰে মনৰ লগত মিলা মানুহৰ সতে আলোচনা কৰিছিল। তেখেতে বৰ আশা কৰিছিল যে অসমে প্ৰাচীন গৌৰৱ ৰক্ষা কৰি পৃথিবীৰ দৰবাৰত এখন সুকীয়া আসনৰ অধিকাৰী হব পাৰিব। বগা বঙালবোৰৰ বিষয়ে উল্লেখ কৰি তালুকদাৰে কৈছিল, "সিংহই কলিজাটোহে খায়, কিন্তু শিয়াল কুকুৰে হাড়বোৰকে চেলেকে। বগা চাহাববোৰে অসমৰ তেল, কয়লা চাহ, কাঠ আৰু মাণিকবোৰ নিছিল ; কিন্তু ভূমিৰ তলৰ মাটিখিনি অসমীয়াৰ হাততে থকাতো বিচাৰিছিল। আজি পিছে আমাৰ সকলো যাও যাও। তেল কয়লাই কেৱল যোৱা নাই ঘৰৰ মজিয়াও যোৱাৰ উপক্ৰম। এই পাৰ্থক্য নেদেখাবোৰ বাৰু অসমীয়া জাতিৰ বান্ধৱ হব পাৰেনে ?"

দিনবোৰ আওৰাওঁতে শান্ত অসমৰ বুকুখন বাৰে বাৰে কপি উঠে। চাৰিওফালে আন্ধাৰ, কালৰাত্ৰি অহাদি নামি আহে। আকাশ অন্তৰীক্ষ, মলয়সমীৰ আনকি দিনমণিও বেজাৰত ম্লান। চোকা আৰু বিষাক্ত তৰোৱাল, যাঠি আৰু অজানক মৰণাস্ত্ৰবোৰ নিষ্পাপ আৰু নিকলুষ মানুহৰ বুকু ভেদি যায়। আৰ্তনাদে গগণ চিৰাচিৰ কৰে। ৰণোন্মাদ মৰণমুখী হৈ উঠে। অগ্নি শিখাই অনন্ত বহ্নি হৈ মানুহৰ অন্তৰৰ মায়া মমতা, করুণা-দয়া একালৰ পৰা লেলিহান

শিখা মেলি দহন কৰি যায়। কেৱল হাঁহাকাৰ। এক দুঃস্বপ্নময় অস্থিৰতা। ৰণোন্মত্ত সৈনিকৰ দৰে পশুৰ স্বৈৰাচাৰিতা কৰা বৰ্বৰ-বোৰৰ আক্ৰমণ ফেব্ৰুৱাৰীৰ ২২ তাৰিখে কিছু শাম কাটে। মাতৃ-হাৰা, পিতৃহাৰা, সন্তানহাৰাৰ কৰুণ ক্ৰন্দন ধ্বনি তেতিয়াও আকাশতে ভাহি থাকে। ক্ৰুৰ আৰু কপট শিয়ালৰ জাকে কোনো লজ্জা-বোধ নকৰে। ডাক্তৰখানা, নাৰ্চিংহোম সকলোতে কেৱল অসহায়ৰ আৰ্তৰাৱ। অন্যায়ৰ বিৰুদ্ধে কৰা বৃথা আস্ফালন। ২৫ ফেব্ৰুৱাৰী তাৰিখে ৰাতি ১০ বজাত ফোনটো আকৌ এবাৰ বাজিল। ৰাতিৰ সম্ভাষণ জনাই অধ্যাপক তালুকদাৰে মোৰ সতে পতা শেষ কথা। "এয়ে মোৰ, মোৰ পৰিয়ালৰ আৰু শুভাকাংক্ষীসকলৰ আটাইবে কথা। সংকৰ্মত অৱতীৰ্ণ হওঁতে কেতিয়াবা পশ্চাদপসৰণ কৰাটো এটা নীতি। এই নীতি জ্ঞানীসকলে অনুমোদন কৰে। অসম মাতৃক আমি আটায়ে প্ৰাণ দি প্ৰতিষ্ঠা কৰিব লাগিব। এই জাতিটোক আমি শ্ৰম আৰু ত্যাগৰ বিনিময়ে সজাই পৰাই লব লাগিব। কাইলৈ ৰাতিপুৱা দহ বজাত লগ পাম। বাকী কথাখিনি তেতিয়াই পাতিম।" ২৬ ফেব্ৰুৱাৰীৰ দিনৰ দহ বজাত অধ্যাপক তালুকদাৰৰ প্ৰাণবায়ুৱে আমাৰ আটাইয়ে লগত অস্ফুট ভাষাতে কথা পাতিলে। বোধহয় সমৃদ্ধিশালী অসম গঢ়াৰ পৰিকল্পনাৰ কথা। সন্ধিয়া ৫-১৫ মিনিটত আমাৰ পৰা বিদায় মাগিলে। কামবোৰ কৰিবলৈ এটা কাতৰ শেষ অনুৰোধ। তাৰ পিছত পৰি থাকিল সুন্দৰ কিন্তু স্পন্দনহীন নৰতনু। প্ৰহেলিকাৰ দৰে লাগে।

মনে প্ৰাণে হাড়ে হিমজুৱে এই কৰ্মী পুৰুষজনে অসম মাতৃৰ সু-সন্তান হিচাপে বাকী কামখিনি কৰিব বুলি সা-সৰঞ্জামবোৰ গোটাই লৈছিল। কৰ্মত প্ৰৱেশ কৰিছিল মাত্ৰ। দুখুনী অসম মাতৃৰ দুখৰ বোজা কঢ়িয়াবলৈ সময়কে নাপালে। কালে অসম মাতৃৰ বুকু সুদা কৰি তালুকদাৰক লৈ গ'ল। হলেও অমৰ আত্মাই

অতৃপ্ত বাসনাৰে অসমৰ আকাশতে বিচৰণ কৰে। অদৃশ্য নয়ন-মণিয়ে কিজানি কৰবাৰ পৰা চাই আছে যে অসম মাতৃৰ দুখ এদিন মোচন হ'ব। এই আত্মাৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰিলো।

× × ×

# ঊনবিংশ শতাব্দীৰ অসমৰ ইতিহাস চৰ্চাত তালুকদাৰ

শ্ৰীনাৰায়ণ দাস
প্ৰাগজ্যোতিষ মহাবিদ্যালয়

ড° নন্দ তালুকদাৰ অসমৰ এজন সুখ্যাত জীৱনীকাৰ। চমু আৰু বিস্তৃত— উভয়বিধ জীৱনী ৰচনা কৰাত তালুকদাৰক আজিলৈ কোনোৱে চেৰ পেলাব পৰা নাই। তেওঁ যিসকল বৰেণ্য পুৰুষৰ জীৱন-বৃত্ত ৰচনা কৰিছিল সেই আটাইবিলাকবে জন্ম হৈছিল ঊনবিংশ শতাব্দীৰ কোনোবা এটি নহয় এটি দশকত। একোজন পুৰুষৰ জীৱনী মথিবলৈ যাওতে সেইজন পুৰুষৰ সময়ৰ সমাজখনিৰ ভিন্ন দিশত এচেৰেঙাকৈ পোহৰ পেলাব লগা হয়। ফলশ্ৰুতিৰূপে জীৱনী লিখাৰ নিচাই ড° তালুকদাৰক ঊনবিংশ শতাব্দীৰ বিভিন্ন দিশ অধ্যয়ন কৰিবলৈ বাধ্য কৰাইছিল। অৱশ্যে ৰাজনৈতিক ইতিহাসতকৈ সামাজিক, সাহিত্যিক আৰু সাংস্কৃতিক ইতিহাসে হে তেওঁক বাৰে-বহণীয়া লেখাৰ মাজেদি বৰ্ণাঢ্য ৰূপত বিবিঙি উঠিছিল।

ঊনবিংশ শতাব্দীৰ প্ৰাৰম্ভকাল ৰাজনৈতিক অস্থিৰতাৰে মুখৰিত। ইন্দ্ৰবংশীয় আহোমসকলৰ আত্মকলহৰ সুযোগ লৈ ব্ৰহ্মদেশী মানসকলৰ আগমণ, অসমবাসীৰ ওপৰত অমানুষিক অত্যাচাৰ, ইয়াণ্ডাবু সন্ধিৰ চেলু লৈ অকাৰণতে অসমৰ শাসনভাৰ ইষ্ট ইণ্ডিয়া কোম্পানীৰ দ্বাৰা গ্ৰহণ, উজনি অসমৰ নৃপতি পুৰন্দৰ সিংহৰো সিংহাসনচ্যুতি আদিকৈ এশ এবুৰি ঘটনাৰ ঠেলা হেচা হৈছিল— আলোচিত শতাব্দীৰ আৰম্ভণিৰ কেইটামান দশক। বৃটিছসকলৰ আগমণৰ পিছৰে পৰা অসমভূমিক শাসনৰ সুবিধাৰ কাৰণে খণ্ড বিখণ্ড কৰা হ'ল, ভূমি

আৰু ৰাজহ ব্যৱস্থাৰ পৰিবৰ্ত্তন সাধিত হ'ল আৰু নতুন শিক্ষা ব্যৱস্থায়ো এঙামুৰি দিলে। স্বাধীন অসমৰ বেলিমাবৰ বুৰঞ্জী আৰু অসম ইংৰাজৰ লেনদেনৰ ইতিহাসৰ সন্দৰ্ভত ড° সূৰ্য্য কুমাৰ ভূঞা (আৰ্লি ব্ৰিটিছ বিলেশ্বনচ্ উইথ আসাম, ১৯৪৯, এংলো আচামিজ বিলেচনচ্ ১৯৪৯), ড° আৰ এম লাহিড়ী (দ্য এনেক্চেচন অব আচাম, ১৮২৪-৫৪), ড° হেৰম্ব কুমাৰ বৰপূজাৰী (আচাম ইনডু দেইজ অব কোম্পানী, ১৯৬৩ আৰু এ পলিটিকেল হিষ্ট্ৰি অব আসাম, প্ৰথম খণ্ড ১৯৭৭ (সম্পাঃ), ড° পি চি বেনাৰ্জী (দ্য ইষ্টাৰ্ণ ফ্ৰন্টিয়াৰ অব ব্ৰিটিছ ইণ্ডিয়া, ১৯৪৬), ড° নিৰোদ কুমাৰ বৰুৱা (ডেভিদ স্কট ইন নৰ্থ ইষ্ট ইণ্ডিয়া, ১৯৭০), ড° হেমেশ্বৰ দিহিংগিয়া (আচাম'চ ষ্ট্ৰাগল এগেনষ্ট ব্ৰিটিছ ৰুল, ১৯৮০) আদিয়ে প্ৰামাণ্য গ্ৰন্থ ৰচনা কৰিছে। নতুন দৃষ্টিভংগিৰে অসমৰ ইতিহাস ৰচনাত প্ৰবৃত্ত হৈছিল বিদেশী চাহাবসকল। সেই চাহাবসকলৰ ইতিহাস-চৰ্চাৰ চমু জৰীপ হ'ল তালুকদাৰৰ 'অসমত বুৰঞ্জী চৰ্চাৰ পৰম্পৰা' (অসম বাণী ১৯০১ শক : বিহু সংখ্যা) শীৰ্ষক লেখাটি। উক্ত প্ৰবন্ধটোত ড° জন পিটাৰয়েৰ, ড° জোন মেকচ, মিঃ উইলিয়াম ৰবিনচন, জি, ই, ৱেইমাকট, ডেল্টন, কেপ্তেন আৰ বি পেম্পাৰটন, চাৰ এডোৱাৰ্ড গেইট, মিঃ বাটলাৰচ্, জন মিলচ্ আৰু চাৰ উইলিয়াম হাণ্টাৰৰ বুৰঞ্জীৰ আভাস দিয়া হৈছে। 'অসম হিতৈষী বিদেশী চাহাব' শীৰ্ষক লেখাটি (সম্বাদ পত্ৰৰ ব'দ কাঁচলিত অসমীয়া সাহিত্য'ৰ অন্তৰ্ভুক্ত) প্ৰথমটিৰ পৰিপূৰক। এই প্ৰবন্ধটিত কেপ্তেন ওৱেলচ, পিটাৰয়েল, হেমিলটন, মিলচ্, মি° চুলমৰ্চন, জন বেৰী হোৱাইট, পি. আৰ. টি. গৰ্ডন, গেইট চাহাব আৰু ড° জি. এ. গ্ৰীয়াৰচনৰ অসম হিতৈষণাৰ কথা শ্ৰদ্ধাৰে স্মৰণ কৰা হৈছে।

ঊনবিংশ শতাব্দীৰ ব্ৰিটিছ-অসমত বিভিন্ন সভা-সমিতিৰ জন্ম আৰু বিকাশ সম্ভৱ হয়। লক্ষ্মীনাথ বেজবৰুৱা (মোৰ জীৱন সোঁৱৰণ)

বেনুধৰ শৰ্মা ( অৰ্ঘাৱলী ) ড° প্ৰফুল্ল দত্ত গোস্বামী ( মাণিক চন্দ্ৰ বৰুৱা আৰু তেওঁৰ যুগ ), ডিম্বেশ্বৰ নেওগ ( নিউ লাইট অন হিষ্ট্ৰি অব অসমীয়া লিটাৰেচাৰ ) আদিয়ে প্ৰসংগক্ৰমে সেই সভা-সমিতি-বোৰৰ উল্লেখ কৰিলেও সেই বিষয়ত প্ৰণালীবদ্ধ আলোচনাৰ প্ৰচেষ্টা হ'ল ড° তালুকদাৰৰ "উনবিংশ শতিকাৰ সভা সমিতি" ( অসম বাণী বিহু সংখ্যা, ১৯১৩ শক ) শীৰ্ষক প্ৰবন্ধটো। ইয়াত বেঙ্গিষ্ট এচো চিয়েচন, অসম দেশ হিতৈষিণী সভা, জ্ঞান প্ৰদায়িনী সভা, এ এচ এল ক্লাব, গুৱাহাটী স্কুল ক্লাব, যোৰহাট সাৰ্বজনীন সভা আৰু অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ উদ্ভৱ আৰু কাৰ্য্য-ক্ৰমৰ বিশ্লেষণ আছে। ইংৰাজৰ অধীনলৈ অহাৰ পিছত ডেকা আৰু তৰুণসকলে নিজ মাতৃভূমিৰ ভাষা আৰু উন্নতিকল্পে কৰা প্ৰযত্নৰ চমু আভাষ হ'ল "উনবিংশ শতিকাত তৰুণৰ কীৰ্ত্তি" ( বিহু সংখ্যা অসম বাণী, ১৯১৪ শক ) শীৰ্ষক প্ৰবন্ধটি। প্ৰবন্ধটোৰ অন্তিম মন্তব্য মন কৰিব লগীয়া— "উনবিংশ শতিকাৰ তৰুণৰ কীৰ্ত্তি অকল স্মৰণীয় নহয়, সকলো দিশতে যে আদৰ্শনীয় সেই বিষয়ে সন্দেহ নাই। আজি বিংশ শতাব্দীতো বিদেশী নাগৰিক বহিষ্কৰণ অসমৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামত জীৱন আহুতি দি তৰুণচামেই পথ দেখুৱাইছে।"

অসমত বৌদ্ধিক চেতনা সঞ্চাৰৰ আৰু নৱজাগৰণৰ প্ৰতি অনুৰাগৰ মূলতে যে কলিকতাৰ পৰা প্ৰকাশিত কেইখনমান সংবাদ পত্ৰ তাক অস্বীকাৰ কৰা টান। ড° অমলেন্দু গুহই এটি প্ৰবন্ধত এই বিষয়ে বহলাই আলোচনা কৰিছে। ড° তালুকদাৰৰ 'বঙলা সংবাদ পত্ৰৰ ব'দ কাঁচলিত অসমীয়া ভাষা' প্ৰবন্ধটো আলোচিত বিষয়টিৰ পুনৰ্বিচাৰ প্ৰশংসাৰ যোগ্য (পূজা সংখ্যা 'দৈনিক অসম' ১৯০০ শক)।

আমেৰিকান বেপ্তিষ্ট মিছনেৰীসকলৰ অসম আগমন— অসমৰ ইতিহাসৰ এটি পাহৰিব নোৱাৰা অধ্যায়। মিছনেৰীসকলে অসমত স্কুলাশাল পাতি বাতৰি কাকত উলিয়াইছিল, দেশীয় ভাষাৰ বিভা-

লয় পাইছিল, অসমত অসমীয়া ভাষাৰ পুনঃ প্ৰচলনৰ কাৰণে চৰকাৰৰ লগত ৰণ দি কৃতকাৰ্য্য হৈছিল আৰু তৰহে তৰহে অসমীয়া পুথি ৰচনা কৰি প্ৰকাশ কৰিছিল। ড° তালুকদাৰৰ 'আনন্দৰাম ঢেকিয়াল ফুকন এণ্ড নাইনটিনথ্ চেঞ্চুৰী অব আচাম' শীৰ্ষক অপ্ৰকাশিত পি. এইচ. ডি শোধগ্ৰন্থত মিছনেৰীসকলৰ অৱদানৰ ভালেকেইটি দিশত নতুন পোহৰ পেলাবলৈ যত্ন কৰা হৈছে। 'সাহিত্য সমন্বয়'ত ( কোকৰাঝাৰ সাহিত্য সভাৰ মুখপত্ৰ, সপ্তম খণ্ড ) প্ৰকাশিত মিছনেৰীৰ অসম আগমণ', বিহু সংখ্যা অসম বাণী বিশেষত প্ৰকাশিত 'অৰুণোদয় যুগৰ কবিতা', 'সম্বাদ পত্ৰৰ ব'দ কাচলিত অসমীয়া সাহিত্য' গ্ৰন্থৰ অন্তৰ্ভুক্ত 'মিছনেৰী আৰু অসমীয়া সাহিত্য' আৰু সম্পাদিত গ্ৰন্থ 'আনন্দৰাম ঢেকিয়াল ফুকন ৰচনাৱলী আৰু এলোকেশী বেশ্যাৰ বিবৰণ'ৰ পাতনি দুখনিতো মিছনেৰীসকলৰ অৱদানৰ ভালেখিনি সমল স্পষ্টীকৃত কৰিছে।

১৮১০ খৃষ্টাব্দত নগাঁৱৰ আত্মাৰাম শৰ্মাৰ দ্বাৰা অনুদিত 'ধৰ্মপুস্তক' শ্ৰীৰামপুৰৰ পৰা ছপা হয়। এইখনেই প্ৰথম অসমীয়া ছপা গ্ৰন্থ। ইয়াৰ পিছত শ্ৰীৰামপুৰৰ পৰা একাধিক অসম সম্পৰ্কীয় পুথি প্ৰকাশ পায়। লাহে লাহে অসমৰ শিৱসাগৰ, আউনিআটি, গুৱাহাটী, বৰপেটা আৰু গোৱালপাৰত ছপাখানা স্থাপিত হয় আৰু ৰাবে বহুখীয়া অসমীয়া গ্ৰন্থই প্ৰকাশৰ মুখ দেখে। এই সন্দৰ্ভত আমাৰ আলোচনা আঙুলি মূৰত লেখিব পৰা। এই কালৰ পৰা ড° তালুকদাৰৰ 'অসমীয়া ছপা কিতাপ আৰু ছপা যন্ত্ৰ' ( অসম বাণী, ৰূপালী জয়ন্তী আলোচনী সংখ্যা ), 'ঊনবিংশ শতিকাৰ সাহিত্য' আৰু 'ঊনবিংশ শতিকাত প্ৰকাশিত পুথি' শীৰ্ষক প্ৰবন্ধ তিনিটাৰ মূল্য ভালেখিনি। বিগত শতিকাত প্ৰকাশিত আটাইখিনি পুথিৰে এটি পৰিচয়মূলক আলোচনা উপৰিউক্ত প্ৰবন্ধ কেইটাত পোৱা যায়।

ঊনবিংশ শতাব্দীৰ শিক্ষা ব্যৱস্থাৰ বিষয়ে ড° হেৰম্ব কুমাৰ বৰপূজাৰী (এ চর্ট হিষ্ট্রি অব আচাম, গোল্ডেন জুবিলি ভলুম, কটন কলেজ), ড° আশাবাণী চক্রবর্ত্তী (হিষ্ট্রি অব এডুকেশ্বন ইন আচাম, ১৮২৬-১৯২৯, ১৯৭১ অপ্রকাশিত শোধগ্রন্থ), ড° লক্ষ্য-হীৰা দাস (প্ৰোগ্ৰেছ অৰ চেকেণ্ডাৰী এডুকেশ্বন্ ইন আসাম, ১৯৭৩ অপ্রকাশিত শোধগ্রন্থ), ড° বেণু দেৱী (অসমৰ শিক্ষা ব্যৱস্থা, ১৯৭৪) আদিয়ে কম বেছি পৰিমাণে আলোচনা আগবঢ়ালেও সেই আলো-চনাৰ পালেখিনি কথাই এতিয়াও সৰ্বসাধাৰণৰ হাতত পৰাহি নাই। এইফালৰ পৰা ড° তালুকদাৰৰ 'ঊনবিংশ শতিকাৰ শিক্ষানুষ্ঠান আৰু পাঠ্যপুথি' (বিহু সংখ্যা অসম বাণী, ১৮৯৬ শক), 'ঊনবিংশ শতি-কাৰ পঢ়াশলীয়া পুথি' আৰু 'ঊনবিংশ শতিকাৰ অগ্রগতি আৰু শিক্ষানুষ্ঠান' (সংবাদ পত্ৰৰ ব'দ কাঁচলিত অসমীয়া সাহিত্য'ৰ অন্তৰ্ভুক্ত) প্ৰবন্ধ কেইটি নিসন্দেহে আলোকসন্ধানী আৰু তথ্যসমৃদ্ধ। বিগত শতাব্দীত প্ৰকাশিত পঢ়াশলীয়া পুথিসমূহৰ আলোচনাতে ইতিৰেখা টানি দিয়া মন্তব্য স্মৰণযোগ্য— "ঊনবিংশ শতিকাৰ পঢ়াশলীয়া পুথি-বোৰৰ সৰহভাগৰ ভাষা আছিল শুৱলা আৰু নিভাঁজ অসমীয়া। পুথিসমূহ ৰচনা কৰা হৈছিল শিশুৰ মন জগতৰ প্ৰতি লক্ষ্য ৰাখি। নীতি উপদেশ আৰু শিক্ষণীয় দিশ পুথিসমূহৰ অন্যতম বৈশিষ্ট্য। অৱশ্যে পুথিসমূহ আজিকালিৰ নিচিনা বং বিৰঙৰ ছপা, আকৰ্ষণীয় বেটুপাত আৰু সচিত্ৰ নাছিল। কিন্তু পুথিসমূহে ছাত্ৰ-ছাত্ৰীৰ মনত এটি দ ছাপ বহুৱাব পাৰিছিল।"

পাশ্চাত্য শিক্ষা-ব্যৱস্থা, আচাৰ ব্যৱহাৰ প্ৰভৃতিৰ আমূল পৰি-বৰ্ত্তনৰ স্বাক্ষৰ বহন কৰিছে— সংবাদ পত্ৰ সমূহে। নতুন চিন্তা-চৰ্চা বিকাশৰ সাক্ষ্য ক্ষেত্ৰ আছিল আলোচনীসমূহ। সংবাদ-পত্ৰৰ বুকুত সমসাময়িক সমাজ-ব্যৱহাৰ চিত্ৰ কেনেভাৱে বিকশিত হৈছে তাৰ মনোজ্ঞ আলোচনা আজিলৈ অসমীয়া ভাষাত হোৱা দেখা নাই।

সেইফালৰ পৰা 'সংবাদ পত্ৰৰ ব'দ কাঁচলিত অসমীয়া সাহিত্য' শীৰ্ষক গ্ৰন্থৰ অন্তৰ্ভুক্ত 'আলোচনী আৰু সংবাদ পত্ৰ', 'অৰুণোদই', 'অসম বন্ধু', 'মৌ', 'জোনাকী', আৰু 'বিজুলী' শীৰ্ষক প্ৰবন্ধ কেইটি যে বাটকটীয়া তাক দোহাৰিবৰ আৱশ্যক নাই। উনবিংশ শতাব্দীৰ শেষাৰ্দ্ধত প্ৰকাশিত জোনাকী আৰু বিজুলীয়ে অসমীয়া সাহিত্যলৈ ৰমন্যাসৰ ভাৱধাৰা আনয়নত কেনে গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল তাক ড° তালুকদাৰৰ লেখাই ফটফটীয়াকৈ দেখুৱায়।

চাহ বাগিছাৰ সম্প্ৰসাৰণ উনবিংশ শতাব্দীৰ ব্ৰিটিছ অসমৰ এটি তাৎপৰ্য্যপূৰ্ণ ঘটনা। চাহ খেতিৰ গযনা লৈ অসমৰ আৰ্থ সামাজিক দিশৰ ভালেখিনি পৰিবৰ্ত্তন সাধিত হয়। এইচ. এ এণ্টোবাং (এ হিষ্ট্ৰি অব আসাম কোম্পানী ১৮৩৯-১৯৫৩ : ১৯৫৭ ), বি. চি. এলেন ( আচাম ডিচ্‌ট্ৰিক্‌ট্‌ গেজেটিয়াৰচ্‌ ১৯০৫-৭ ) ড° অমলেন্দু গুহ ( প্লেণ্টাৰ ৰাজ টু স্বৰাজ, ১৯৭৭ ) প্ৰভৃতিয়ে এই বিষয়ত আলোকসন্ধানী আলোচনা আগবঢ়াইছে। ড° তালুকদাৰৰ 'সংবাদ পত্ৰৰ ব'দ কাঁচলিত অসমীয়া সাহিত্য' শীৰ্ষক গ্ৰন্থতো চাহখেতিৰ সন্দৰ্ভত এটি নাতিদীৰ্ঘ আলোচনা নথকা নহয়। বিগত শতাব্দীৰ মাজভাগৰে পৰা অসমৰ যাতায়ত ব্যৱস্থাৰ ভালেখিনি উন্নতি হয়। যাতায়ত ব্যৱস্থাৰ উন্নতিয়ে অসমৰ অৰ্থনৈতিক উন্নয়নত যথেষ্ট প্ৰভাৱ পেলায়। ড° শ্যামভদ্ৰ মেধীয়ে এই সন্দৰ্ভত শোধগ্ৰন্থ প্ৰকাশ কৰি উলিয়াইছে ( ট্ৰেন্সপোৰ্ট চিষ্টেম এণ্ড ইকনমিক ডেভেলপমেণ্ট অব আসাম ১৯৮০ )। ড° তালুকদাৰৰ আলোচিত গ্ৰন্থতো যাতায়ত সম্পৰ্কীয় ভালেখিনি জ্ঞাতব্য কথাৰ সংযোজনে গ্ৰন্থখনি উপাদেয় কৰি তুলিছে।

"উনবিংশ শতিকাৰ গোৱালপাৰা" ( সাহিত্য সংকলন, চতুস্চত্বাৰিংশ অধিবেশন, অভয়াপুৰী ) তালুকদাৰৰ আন এটি মননধৰ্মী আলোচনা। ইয়াত জিলাখনৰ নাম, ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনলৈ গমন, ৰংপুৰক গোৱালপাৰাৰ পৰা ফ্লেদ, ১৮৩৬ খৃষ্টাব্দত ৰাজ্যখনৰ

নতুন গঠন, ১৮৭৪ খ্ৰীষ্টাব্দত কোচবেহাৰক বাদ দি জিলাখনৰ পুনৰ্গঠন, ছপাশাল স্থাপন আৰু মিচনাৰীসকলৰ যোগেদি নানা তৰহৰ গ্ৰন্থ প্ৰকাশ আলোচিত প্ৰবন্ধটিৰ মূল কথা বস্তু।

অসমীয়া সাহিত্যৰ পঠন পাঠনতে সৰহ সময় খৰছ কৰা ড° তালুকদাৰৰ বিভিন্ন লেখাৰ মাজত ঊনবিংশ শতাব্দীৰ অসমীয়া সাহিত্যৰ বিভিন্ন দিশ জীয়ন্ত ৰূপত মূৰ্তিমান হৈছে যদিও সেই আলোচনাৰ মাজতে অসমীয়া সমাজ, সংস্কৃতি আৰু ইতিহাসৰো প্ৰায়কেইটি দিশ বিবিক্তি হুঠা নহয়। সাহিত্যিক জনাৰ অপ্ৰকাশিত শোধগ্ৰন্থখনিৰ প্ৰকাশনে যে আমাক ঊনবিংশ শতাব্দীৰ অসমক বুজাত অধিক সাহায্য দান কৰিব, সেই বিষয়ে আমি নিঃসন্দেহ।

× × ×

# এজনেই নন্দ তালুকদাৰ

শ্ৰীযোগেন্দ্ৰ নাৰায়ণ ভুঞা

সাম্প্ৰতিক কালৰ অসমত জীৱনীকাৰ বুলিলে এটা নামেই মনলৈ আহিছিল, নন্দ তালুকদাৰ; উনবিংশ শতিকাৰ অসমীয়া ভাষা সাহিত্যৰ বিষয়ে নিৰৱচ্ছিন্ন ভাৱে চিন্তা-চৰ্চা কৰোঁতা বুলিলে এজনলৈকে বিশেষকৈ আঙুলিয়াব লগীয়া হৈছিল, নন্দ তালুকদাৰলৈ, পুৰণি অসমীয়া কিতাপ বা আলোচনী এখনৰ সন্ধান লওঁতেও একজনৰ নামকে মাত্ৰ লবলগীয়া হৈছিল, নন্দ তালুকদাৰৰ। অসমীয়া ভাষা সাহিত্য, সংস্কৃতিৰ ক্ষেত্ৰত অৰিহণা যোগাওঁতা সকলক জাতিটোৰ হৈ কৃতজ্ঞতা জনোৱাই যাৰ লক্ষ্য, উনবিংশ শতিকাৰ অসমীয়া ভাষা-সাহিত্যৰ মণি মুকুতা উদ্ধাৰেই যাৰ ব্ৰত, অসমীয়া ভাষা-সাহিত্যৰ সেৱা-সাধনাই যাৰ স্বপ্ন, সেইজনেই আছিল নন্দ তালুকদাৰ। স্থিৰ লক্ষ্যেৰে আপোন ব্ৰত সাধন কৰি গৈছিল নন্দ তালুকদাৰে, কিন্তু তেখেতৰ স্বপ্নহে ৰৈ গ'ল অতিশয় করুণভাৱে অসম্পূৰ্ণ হৈ।

নন্দ তালুকদাৰৰ সপোন আছিল অসমীয়া ভাষাৰ সকলো কিতাপ-পত্ৰ-আলোচনী-কাকত সংগ্ৰহ আৰু সংৰক্ষণ কৰি অসমীয়া জাতিৰ কল্যাণ সাধন কৰাৰ তেখেতৰ ব্যক্তিগত সংগ্ৰহালয়টো ব্যক্তিগত প্ৰচেষ্টাৰেই গঢ়ি-তুলি কালক্ৰমত জাতীয় সংগ্ৰহালয়ত পৰিণত কৰাৰ, "মৃত্যুৰ আগমুহূৰ্তলৈকে" সংগ্ৰহ কাৰ্য্য অব্যাহত ৰাখি "ৰাইজৰ হাতত" তেখেতৰ সেই অমূল্য সম্পদটি অৰ্পন কৰি যোৱাৰ। (প্ৰান্তিক : ১ম বছৰ ১০ম সংখ্যা)। সঁচা কথা, "মৃত্যুৰ আগ-মুহূৰ্তলৈকে" তেখেতে সংগ্ৰহ কৰি গ'ল দুই হাতেৰে; পিছে, "ৰাইজৰ হাতত গতাই" যাবলৈ তৰা থাকনি [redacted]

যে, 'মৃত্যুৰ আগমুহূৰ্ত্তলৈকে" জীয়াই নাথাকিল। "মৃত্যুৰ আগমুহূৰ্ত্তলৈকে" শব্দ দুটা— শব্দ দুটা ইমানেই নিষ্ঠুৰ হব পাৰে বুলি, শব্দ দুটাৰ ব্যঞ্জনা ইমানেই করুণ হব পাৰে বুলি কতজনে জানো জানিছিল?

প্ৰখ্যাত, অপ্ৰখ্যাত বহুতোলোকৰ জীৱনীকাৰ নন্দ তালুকদাৰে এই কথাও জানো জানিছিল যে ইমান সোনকালে তেখেতৰেই জীৱনৰ কথা লিখিব লাগিব প্ৰখ্যাত, অপ্ৰখ্যাত বহুতো লোকে? এই কথাও জানো তেখেতে জানিছিল যে বিভিন্ন লোকৰ জীৱনৰ খুঁতি-নাটি সংবাদ শুদ্ধ ৰূপত সংগ্ৰহ কৰোঁতা নন্দ তালুকদাৰৰ গ্ৰন্থ কেইখনৰ নামকেইটাও তেখেতৰ দেহাৱসানৰ সংবাদত শুদ্ধ ৰূপত নোলাব পাৰে? অসমৰ কিবাকোনো প্ৰখ্যাত লোকৰ মৃত্যু সংবাদ পৰিবেশন কৰোঁতে অসমৰ প্ৰায় কেইটা সংবাদ প্ৰতিষ্ঠানেই ততাতয়াকৈ যিজন নন্দ তালুকদাৰৰ সহায় লাভ কৰিছিল, সেইজন নন্দ তালুকদাৰৰ বিষয়ে জনাৰ পৰা ব্যক্তি এজন যথাসময়ত নোলাব পাৰে, সেই কথা সঁচাকৈয়ে নন্দ তালুকদাৰে জনা নাছিল।

নন্দ তালুকদাৰৰো বহুতো কথা অসমৰ মানুহে নাজানিছিল। বৰ্ত্তমান অসমৰ জাতীয় জীৱনৰ লগত জড়িত বহুতো লোকৰে ব্যক্তিগত আৰু পৰিয়ালিক জীৱনৰ লগত তালুকদাৰ কিমান নিবিড় আৰু গভীৰভাৱে জড়িত হৈ পৰিছিল, অতীত অসমৰ জাতীয় জীৱন আৰু প্ৰতিভাৰ সংবাদ তেখেতে কি পৰিমাণে সংগ্ৰহ কৰি ছিল, এনেবোৰ উপাদান সংগ্ৰহত অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে, আনকি অসমৰ বাহিৰতো ঘূৰি-পকি কেনেকৈ আত্ম নিয়োগ কৰিছিল, তেনে বহুতো কথা, নিজকে বাদ নিদিয়াকৈ কৈছোঁ, অসমৰ মানুহে এতিয়াও নাজানে।

কিন্তু অসমীয়া মানুহে নজনা বহুতো কথাকে নন্দ তালুকদাৰে জনাই হৈ গ'ল তেখেতৰ অক্লান্ত পৰিশ্ৰমেৰে। তালুকদাৰ আছিল,

এক কথাত, ঊনবিংশ শতিকাৰ অসমীয়া ভাষা সাহিত্যৰ সাংবাদিক। কিন্তু নগৈ গড়গাৱৰ ৰতবা কোৱা সাংবাদিক নাছিল তালুকদাৰ। সাহিত্যিক জীৱনৰ সৰহ ছোৱা কাল নন্দ তালুকদাৰে অতিবাহিত কৰিছিল ঊনবিংশ শতিকাৰ মাজত, আৰু সদায় ব্যস্ত হৈ আছিল সেই শতিকাটোৰ অসমীয়া সাহিত্য সম্পৰ্কীয় সম্ভাব্য সকলো উৎসৰ সন্ধানত সেই ব্যস্ততাৰ দান দিব লগীয়া হৈছিল ব্যক্তিগত আৰু পৰিবাৰিক বহুতো ক্ষতিৰ মূল্যেৰে। সীমিত উপাৰ্জনৰ কিমান পৰিমাণৰ অৰ্থ যে এইবোৰ কামত তালুকদাৰে বিনিয়োগ কৰিব লগীয়া নহৈছিল। পৰিবাৰিক ক্ষেত্ৰত যেনেকৈ আছিল নন্দ তালুকদাৰ স্ব-প্ৰতিষ্ঠিত, সাহিত্যৰ. ক্ষেত্ৰটো তেনেকৈ আছিল তেখেত আত্ম-নিৰ্ভৰশীল। সাম্প্ৰতিক কালৰ অসমত কাৰোবাৰ পাদটীকালৈকে ঋণ-কৰ্জা কৰি উপাধি লোৱা গৱেষকে “মান্যসতকাৰ” দাবী কৰা বা “আপোনাৰ মহত্ত্ব ৰখানি” ফুৰা দৃষ্টান্ত খুবেই বিৰল নহয়। সেই দিশৰ পৰা চালে ঊনবিংশ শতিকাৰ অসমীয়া ভাষা সাহিত্যৰ সংবাদ পৰিবেশনত নন্দ তালুকদাৰ সঁচাকৈয়ে অনন্য। তেখেতৰ কাৰ্য্য সঁচাকৈয়ে প্ৰকৃত অৰ্থত সাংবাদিক জীৱনৰ কৃচ্ছ্ৰসাধনাৰ পৰিচায়ক। তালুকদাৰৰ লেখাত কেতিয়াবা তথ্যৰ অপূৰ্ণতা ওলাব পাৰে, কিন্তু তথ্যৰ বিকৃতি নাই; অপূৰ্ণতাৰ বাবেও জগৰীয়া সাংবাদিক তালুকদাৰ নহয়, উৎসহে। এই দিশৰ বহুতো কামতেই তালুকদাৰৰ ভূমিকা আছিল বাটকটীয়াৰ, আৰু সেই ভূমিকাৱেই তালুকদাৰক দান কৰিছিল অসমীয়া সাহিত্য ক্ষেত্ৰত এক অবিচল প্ৰতিষ্ঠা। তাৰ বাবে, কৃপাবৰে কৈ যোৱাৰ দৰে, “মোৰ নামটো ভোটা ত'ৰা, মোৰ বহুটো বৌ”-কৰিবলৈ আপোন বা পাৰস্পৰিক বাদ্য-বাদনৰ প্ৰয়োজন নন্দ তালুকদাৰে অনুভৱ কৰা নাছিল কেতিয়াও; “কুটিক হৈ ৰবক গালি হুপাই উলিয়া”ৰ প্ৰয়োজনো তালুকদাৰৰ জীৱনত হোৱা নাছিল কেতিয়াও। যশ আৰু অৰ্থৰ আকাংখাই নন্দ তালুকদাৰক

প্ৰলোভিত কৰিব পৰা নাছিল। এইবোৰৰ মূলীভূত কাৰণটো নিশ্চয় এয়েই নহয় জানো যে সাহিত্যিক নন্দ তালুকদাৰতকৈ সাহিত্য-সেৱক নন্দ তালুকদাৰ জন আছিল বহুতবেছি শক্তিশালী। বহুত-বেছি ব্যক্তিত্বসম্পন্ন। আমাৰ সমাজ জীৱনৰ যিকোনো স্তৰতেই সেৱাৰ মনোবৃত্তি বিসময়ত মহত্তা, আপুৰুগীয়া; বিসময়ত সেৱা অভিধানৰ ৰস-গন্ধ বিহীন এটা শব্দমাত্ৰলৈ ৰূপান্তৰিত হৈছে সেই সময় বা পৰিপ্ৰেক্ষিতত অসমীয়া ভাষা সাহিত্যৰ নিবহ নিপানী সেৱক নন্দ তালুকদাৰ সঁচাকৈয়ে প্ৰেৰণাৰ এক উৎস।

ব্যক্তিগত ভাৱে মই নিজেও নন্দ তালুকদাৰৰ পৰা বহুখিনি প্ৰেৰণা লাভ কৰিছিলোঁ। মই জনাত তালুকদাৰৰ বন্ধু নাছিলেই। সাহিত্যৰ ক্ষেত্ৰত যেনেকৈ তালুকদাৰৰ সম্পৰ্ক বেছি আছিল ঊন-বিংশ শতিকাৰ লগত, ব্যৱহাৰিক ক্ষেত্ৰতো তেনেকৈ তেখেতে সদায়েই সংযোগ ৰাখিছিল তেখেতকৈ বয়োজ্যেষ্ঠ সকলৰ লগতহে। গতিকে ময়ো তেখেতৰ বন্ধু আছিলো বুলি দাবী কৰিব নোৱাৰোঁ। কিন্তু আজিৰ পৰা পঁচিছ বছৰৰ পূৰ্ব্বেই তেখেতৰ লগত মোৰ ঘটা পৰিচয় 'পৰিচয়'ৰ মাত্ৰাৰ বহুত বেছি ওপৰলৈ উঠি গৈছিল বুলিব লাগিব। নন্দ তালুকদাৰৰ 'সমানকৰ্মা' হোৱাৰ যোগ্যতা মোৰ নাথাকিলেও মোক বোধহয় তেখেতে 'সমানধৰ্মা' বুলি ভাবিছিল, আৰু সেইবাবেই একাধিক ক্ষেত্ৰত তেখেতে মোক সহায় কৰিছিল অকৃপণ ভাবে। আজিৰ পৰা প্ৰায় পঁচিছ বছৰৰ পূৰ্বেই নগাঁৱৰ বৰমপুৰৰ পৰা প্ৰকাশিত "আকাশীগংগা" নামৰ দ্বৈমাহীয়া আলোচনী এখন সম্পাদনা কৰোঁতে বৰমপুৰৰ দ'ৰা এজনৰ বাবে অসমৰ সাহিত্য সংস্কৃতিৰ স্নায়ুকেন্দ্ৰ গুৱাহাটীত নন্দ তালুকদাৰেই আছিল একমাত্ৰ আশ্ৰয়। নিজে প্ৰবন্ধ লেখি যোগান ধৰাৰ উপৰিও কেই-বাজনো যশস্বী লেখকৰ প্ৰবন্ধপাতি সংগ্ৰহ কৰি আলোচনীখনলৈ নিয়মিত ভাবে পঠিয়াই তালুকদাৰে নিজৰ স্বভাৱজাত সেৱা আন-

বঢ়াইছিল। "বজ্ৰকান্ত বৰকাকতীৰ গদ্য সম্ভাৰ" আৰু 'বড়েশ্বৰ মহন্ত ৰচনাৱলী' সংকলনৰ বেলিকাও তেখেতে মোলৈ আগবঢ়োৱা সহায়ৰ চিন গ্ৰন্থ দুখনত বৈ গৈছে।

বাঠিৰ কোনোবা এটা দিনত মোক তেখেতে কবি ৰঘুনাথ চৌধাৰী, নলিনীবালা দেৱী আৰু হেম বৰুৱাৰ ঘৰলৈ লৈ গৈছিল চিনাকি কৰি দিবলৈ। তালুকদাৰৰ প্ৰতি থকা এই বৰেণ্য ব্যক্তি কেইগৰাকীৰ আন্তৰিকতাৰ উমান পাই মোৰ মনত তালুকদাৰৰ প্ৰতি শ্ৰদ্ধা আৰু ঈৰ্ষা সমানে উপজিছিল। নন্দ তালুকদাৰৰ প্ৰতি সেই সকলৰ আশীৰ্বাদ আছিল অপৰিমেয়, তানহাতে সেই সকলৰ মনোজগততো ৰসায়ণ স্বৰূপে নন্দ তালুকদাৰৰ ভূমিকা আছিল অপৰিমেয়।

চৌসত্তৰ সনত অনুষ্ঠিত অসম সাহিত্য সভাৰ মঙ্গলদৈ অধিবেশনৰ উদ্বোধক প্ৰখ্যাত উড়িয়া সাহিত্যিক কালিন্দীচৰণ পাণিগ্ৰাহীৰো সান্নিধ্য আকস্মিক ভাৱে লাভ কৰিছিলোঁ নন্দ তালুকদাৰৰ যোগেদিয়ে। অসম সাহিত্য সভাৰহৈ সাহিত্যিক গৰাকীক ৰৰঝাৰত বিমানত উঠাই বিদায় সম্ভাষণ জনোৱাৰ দায়িত্ব আছিল তালুকদাৰৰ ওপৰত। কেনেবাকৈ পাণিগ্ৰাহীয়ে কিবা অসুবিধা পাব পাৰে বুলি, অসম সাহিত্য সভাৰ কেনেবাকৈ দুৰ্নাম হব পাৰে বুলি, অসমীয়া জাতিৰ অপযশ হয় বুলি তালুকদাৰৰ যে কিমান উদ্বিগ্নতা! সেই কামটোক জাতীয় কৰ্তব্য বিবেচনা কৰি, মঙ্গলদৈৰ পৰা উভতি অহাৰ বাটত মোকো তেখেতে এদিন এৰাতি তেখেতে ঘৰতে থাকিবলৈ বাধ্য কৰালে। আকাশ বাণী গুৱাহাটী কেন্দ্ৰৰ তেতিয়াৰ সঞ্চালক অভ্ৰনী দাস ডাঙৰীয়াৰ বাস ভৱনৰ পৰা (দাস ডাঙৰীয়াকো লগত লৈ) আমি দুয়ো এখন গাড়ীৰে সাহিত্যিক গৰাকীক নি ৰৰঝাৰত বিদায় সম্ভাষণ জনাই আহিছিলোঁ। বিদায় জনোৱাৰ আগে আগে পাণিগ্ৰাহী ডাঙৰীয়াই বিচৰামতে, দুদিনমানৰ

পিছত এখন চিঠিৰে অসম সাহিত্য সভাৰ পতাকা উত্তোলনৰ গীতটি ("আমি অসমীয়া, নহওঁ দুখীয়া" ইত্যাদি) তেখেতলৈ লিখি পঠিয়াইছিলোঁ।। কেইদিনমানৰ পিছত বৰেণ্য সাহিত্যিক, গৰাকীৰ পৰা তলৰ চিঠিখন আহিছিল :—

"Kalindicharan Panigrahi 'Swapnapuri'
Pithapur, Cuttack—1, Phone 1586.

কটক—১
২৩।২।৭৪

পৰম স্নেহাস্পদ শ্ৰীযুক্ত ভূঞা মহাশয়,

ওড়িয়া লিপিৰে আপনংক স্নেহাঙ্কিত পত্ৰখণ্ডি পাই অত্যন্ত প্ৰীত হেলি। সেথি সহিত আসাম সাহিত্য সভাৰ পতাকা উত্তোলনৰ সম্পূৰ্ণ গীতটি পাই গত ১১ তাৰিখ ফেব্ৰুৱাৰী গৌহাটী বিমানঘাটিৰে আপনংক সহিত শুভ সাক্ষাতৰ চিত্ৰটি মোৰ চিত্তপটৰে ফুটি উঠিলা। আসামৰ অপূৰ্ব মধুময় স্মৃতি সহিত আপনংক গভীৰ স্নেহ-মমতা মোতে অভিভূত কৰি পকাইছি।

তাহাৰ প্ৰতিদান লাগি মোৰ কিছুমাত্ৰ সম্বল নাহি। এথৰ আসাম দৰ্শন ও বন্ধুমানংক সহিত মিলনমোৰ হৃদয়কো গভীৰতৰ ও প্ৰশস্ততৰ কৰিছি। আপন মোৰ আন্তৰিক কৃতজ্ঞতা গ্ৰহণ কৰিবে।

আশা, সৰ্বশুভৰে এ পত্ৰ আপনংক হস্তগত হেব।

একান্ত স্নেহাধীন
কালিন্দীচৰণ পাণিগ্ৰাহী।

(চিঠিৰ লিপি উড়িয়া) কোৱাবাহুল্য এই চিঠিৰ মূলত নন্দ তালুকদাৰ। অসমীয়া মানুহৰ প্ৰতি কালিন্দীচৰণ পাণিগ্ৰাহীয়ে জনোৱা কৃতজ্ঞতাৰ মূলতো নিশ্চয় বহু পৰিমাণে নন্দ তালুকদাৰৰ স্নেহৰ মনোভাৱৰ পৰা ওপজা অন্তৰৰ উদাৰতা। ইয়াত চিঠিখনৰ উদ্ধৃতি কাৰোবাৰ

মনত অবাস্তৱ যেন লাগিব। কিন্তু মোৰ বাবে চিঠিখনৰ লগত এক্তিয়ালৈকে জড়িত হৈ আছে নন্দ তালুকদাৰৰ স্মৃতিহে। অন্যথা কালিন্দীচৰণ পাণিগ্ৰাহীৰ চিঠি এখনৰ প্ৰাসংগিকতা মোৰ ক্ষেত্ৰত নিশ্চয় অবাস্তৱ।

অসম সাহিত্য সভাৰ এজন ভীমকৰ্মা প্ৰাক্তন প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগৰ কথা মনত পৰিছে। উজনি-নামনিৰ দুজন সুযোগ্য লোকক হৰিপ্ৰসাদ নেওগে অসম সাহিত্য সভাৰ মাজ-মজিয়াত ঠিয় কৰাইছিল। নেওগৰ কাৰ্য্যকালত সহকাৰী সম্পাদক আছিল যোৰহাট কাৰ্য্যালয়ৰ বাবে নগেন শইকীয়া আৰু গুৱাহাটী কাৰ্য্যালয়ৰ বাবে নন্দ তালুকদাৰ। অসম সাহিত্য সভাৰ বিষয় ববীয়া এজনে কিমান নিষ্ঠাৰে অনুষ্ঠানটোৰ কৰ্ত্তব্য পালন কৰিব লাগে, সেই কথায়েই প্ৰকাশ পাইছিল নন্দ তালুকদাৰৰ কামৰ মাজেদি। অৱশ্যে, শেষলৈ তালুকদাৰে সভাৰ সেৱা-কৰ্মৰ পথ আঁতৰি আহি সাহিত্যৰ সেৱা কৰ্মতহে আত্মনিয়োগ কৰিবলৈ ধৰিলে। আনুষ্ঠানিক বিষয় বাবৰ প্ৰতি তালুকদাৰৰ ৰতি আছিল নিচেই কম। "অসম সাহিত্য সভা পত্ৰিকা" সম্পাদনা কৰিবৰ নিমিত্তে তালুকদাৰৰ যোগ্যতা আছিল তৰ্কাতীত। কিন্তু বিষয় বাব এটা লোৱাৰ ক্ষেত্ৰত, তাকো আকৌ নিৰ্বাচন প্ৰক্ৰিয়াৰ মাজেদি, তেখেতৰ অনিহাৰ অন্ত নাছিল। আৰু সেই বাবেই বাৰে বাৰে অনুৰোধ জনোৱা স্বত্বেও আলোচনীখন সম্পাদনা কৰাৰ দায়িত্ব তেখেতে এবাৰলৈ গ্ৰহণ নকৰিলে। অথচ, আন বহুতৰ দৰেই, অসম সাহিত্য সভা আছিল নন্দ তালুকদাৰৰ প্ৰাণৰ বস্তু।

নিজৰ দুটি জীৱন কালত অসমীয়া ভাষা সাহিত্যৰ বহুতো দীঘল কামৰে পাতনি মেলি গ'ল— নন্দ তালুকদাৰে। লিছে, তেখেতে মেলি থৈ যোৱা পাতনিভাকৈ ভৰি থৈ যোৱা আঁচনি বহুত যেহি। এজন নন্দ তালুকদাৰেহে সেই আঁচনিসমূহ বাস্তৱায়িত কৰিব পাৰিলেহেঁতেন। কিন্তু আমাৰেই দুৰ্ভাগ্য, অসমীয়া জাতিৰেই দুৰ্ভাগ্য যে অসমত এতিয়ালৈ নন্দ তালুকদাৰ মাত্ৰ এজনেই।

# নন্দ তালুকদাৰ ঃ চিনাকি মানুহজন

শ্ৰীউপেন্দ্ৰ বৰকটকী।

প্ৰথমতে মনৰ, পিচত চকুৰ চিনাকি, তাৰ পিচত দুই-একেষাৰ কথা আৰু শেষত ঘনিষ্ঠতা। মোতকৈ অগ্ৰজ নন্দ তালুকদাৰৰ সৈতে এনেকৈয়ে মোৰ সম্পৰ্ক গঢ়ি উঠিছিল।

১৯৬৪ চনৰ অক্টোবৰ মাহৰ কোনোবা এটা দিনত তেওঁক প্ৰথম দেখোঁ। তাৰিখটো মনত নাই। সদৌ অসম চেমনীয়া সাহিত্যিক সভাৰ উদ্যোগত গুৱাহাটীৰ বি, বৰুৱা কলেজত সভাৰ শাৰদীয় বৈঠক অনুষ্ঠিত হৈছিল। এতিয়া প্ৰতিষ্ঠা লাভ কৰা কেবা গৰাকীয়েও সেই বৈঠকত স্ব-ৰচিত গল্প-কবিতা আদি পাঠ কৰিছিল। অনুষ্ঠানত সভাপতি আৰু নিৰ্দিষ্ট বক্তাৰ আসন শুৱনি কৰিছিল ক্ৰমে নন্দ তালুকদাৰ আৰু আমাৰ শিক্ষাগুৰু যোগেশ দাসে। সভাপতিৰ ভাষণত তালুকদাৰে চেমনীয়া সাহিত্যিক সকলক মৌলিক ৰচনা আৰু সমালোচনা মূলক প্ৰবন্ধ লেখাত মনোনিবেশ কৰিবলৈ অনুৰোধ জনাইছিল। এই দুটা দিশত নিজে দক্ষতা দেখুৱাৰ বাবে তেওঁ অনুজসকলৰ পৰাও তাকে বিচাৰে বুলি সেইদিনা ধাৰণা কৰি লৈছিলোঁ। প্ৰথম চকুৰ চিনাকি সেইদৰেই হৈছিল। কথা কিন্তু হোৱা নাছিলোঁ। তাৰ কেইবছৰমান পিছত ক্ৰমান্বয়ে ঘনিষ্ঠতা গঢ়ি উঠে। সেই ঘনিষ্ঠতাৰ মাজেদিয়েই অন্তৰঙ্গতা গঢ়ি উঠিছিল। হয়তো কোনো কোনো ক্ষেত্ৰত মনৰ মিল আছিল কাৰণেই আমাৰ মাজত এই সহৃদয়তা গঢ়ি উঠিছিল।

নন্দ তালুকদাৰ মানুহজনৰ উদাৰতা, নম্ৰতা, দূৰদৰ্শিতা আৰু

কষ্টসহিষ্ণুতা তেওঁৰ প্ৰত্যেকটো কাম আৰু কথাৰ মাজত প্ৰকাশ পাইছিল। ১৯৮২ চনৰ ১২ মে' তাৰিখে তেওঁৰ পৰা এখন চিঠি পাইছিলো। মানুহজনক জনাৰ সুবিধা হ'ব কাৰণেই চিঠিখনৰ অংশ-বিশেষ তুলি দিয়াৰ মোহ সামৰিব নোৱাৰিলোঁ। কোকৰাঝাৰৰ পৰা দিয়া সেই চিঠিখনত তেওঁ লেখিছিল "... মই যোৱা ২ মে'ৰ পৰা আহি কোকৰাঝাৰৰ *Irrigation Rest House* অত থিতাপি লৈছো। তোমাক গুৱাহাটীত কৈছিলো মেট্ৰিক পৰীক্ষাৰ কথা ......এবাৰতিৰ বাবে হলেও গুৱাহাটীত তোমাক ঘৰুৱাভাৱে পাই বৰ ভাল লাগিছিল। বহুত কথাৰ আলাপ-আলোচনাও হ'ল। ......*Irrigation Rest House* অত থাকি ভাল লাগিছে। বেছ নিৰিবিলিকৈ এটা কোঠা দখল কৰি আছোঁ। পুৱা গধূলি নিজৰ কাম কৰিব পাৰিছোঁ। এইকেইদিনতে বিৰিঞ্চি কুমাৰ বৰুৱাৰ জীৱনীৰ কিছু কাম কৰিলোঁ। জানা উপেন, এইকেইদিন মই চাউল দাইলৰ চিন্তাৰ পৰা সম্পূৰ্ণ মুক্ত। একো চিন্তা ভাবনা নাই। কেৱল কাম কৰিব পাৰিছোঁ। এনেকুৱা নিৰ্জনতাৰ আমাৰ বৰ প্ৰয়োজন। কিছু কাম কৰিব পৰা যায়। আৰু তিনিজন *Head Examiner* আন এটা *Rest House* অত আছে। মোকো তালৈকে মাতিছিল। তালৈ গলে খোৱাবো সুবিধা পালোহেঁতেন। পিচে পুৱা-গধূলি নানান আলাপ-আলোচনাতে গ'লহেঁতেন। মোৰ বাবে ইয়াতেই ভাল।

"কোকৰাঝাৰলৈ আহি কিছু নতুন তথ্যৰ সন্ধান পালোঁ। ইয়াৰ কলেজৰ মাধ্যম ইংৰাজী। ........আজি অসম বন্ধ। আজি পিছে বজাৰৰ ভালেমান দোকান বন্ধ। দুই এখনহে কৰবাত খোলা আছে। কাৰ্যালয়ত উপস্থিতি ৪০%। ....চহৰখনত বিশেষ ভাষা-ভাষীৰহে প্ৰাধান্য বেছি। বড়ো সম্প্ৰদায়ে ব্যৱসায় বাণিজ্যত বিশেষ একো কৰিব পৰা নাই। বড়ো মানুহখিনি পিছে বৰ ভাল। আজি অধ্যক্ষ ৰুণী ব্ৰহ্মৰ ঘৰলৈ গৈছিলোঁ। তেওঁ মোৰ পুৰণি

বন্ধু। সহজ সৰল মানুহজন।...

"কোকৰাঝাৰত আৰু কিছুদিন থাকিব পৰা হ'লে কাম কৰিব পৰা গ'লহেঁতেন। ইপিনে লৰা-ছোৱালী হাললৈ চেবেংচেবেংকৈ মনত পৰি আছে। ....কোকৰাঝাৰলৈ আহি এই নিৰ্জনতাত কিয় বাবে তোমালৈ মনত পৰিছে কব নোৱাৰোঁ। শেষত এই চিঠিখন লিখিবলৈ বাধ্য হলোঁ।"

দুৰ্ঘটনাত নন্দ তালুকদাৰৰ মৃত্যুৰ বাতৰি পোৱাৰ দিনা মোৰ আন বহুতো কথাৰ লগতে এই চিঠিখনৰ কথাও মনলৈ আহিছিল। অসমীয়া ভাষা-সাহিত্যৰ চিন্তাত আৰু কামত মন-প্ৰাণ উছৰ্গা কৰা নন্দ তালুকদাৰক অম্বিকাগিৰীৰ—

"কাম কৰ কৰ, কাম ধৰ ধৰ কেৱল কাম কেৱল কাম
কেৱল কামত প্ৰাণ ঢালি দে —অবিৰাম অবিশ্ৰাম—
কেৱল কাম, কেৱল কাম
নাই জিৰণি, নাই বিৰাম"—

এই মহামন্ত্ৰই সদায় উদ্বুদ্ধ কৰি ৰাখিছিল। কৰ্মযজ্ঞত মন প্ৰাণ সপি দিয়াৰ কাৰণেই তেওঁ অসমীয়া সাহিত্যক বহুখিনি আগু-নিব পাৰিছিল। অসম মাতৃৰ কেবাগৰাকী গুণীলোকক তেওঁৱেই প্ৰতিষ্ঠা কৰালে। উনবিংশ শতিকাৰ অসমক বুজিবলৈ বিস্তৰ অধ্যয়ন কৰিলে আৰু সেই বিষয়ৰ ওপৰত কেবাখনো মূল্যবান গ্ৰন্থ প্ৰণয়ন কৰিলে। আধুনিক অসমীয়া কবিতাৰ বাটকটীয়া অমূল্য বৰুৱাৰ কবিতাসমূহ তেওঁৱেই প্ৰথম আগবাঢ়ি আহি কিতাপ আকাৰে প্ৰকাশ কৰালে। অসম সাহিত্য সভাৰ ঘৰে কেবাটাও সাহিত্য —সংস্কৃতিমূলক অনুষ্ঠানৰ লগত ঘনিষ্ঠ ভাৱে জড়িত থাকি সাংগঠনিক দিশ সৱল কৰিলে। আনকি বিষয় বাবৰ পৰা অব্যাহতি লোৱাৰ পিচতো তেওঁ সাহিত্য সভাৰ লগত সততে যোগাযোগ ৰাখিছিল। বিদেশী নাগৰিক বহিষ্কাৰ আন্দোলনৰ আৰম্ভণিৰে পৰা মৃত্যুৰ

আগলৈকে আন্দোলন আৰু অসম সম্বন্ধীয় বা বাতৰি আৰু প্ৰবন্ধ আদি গোটাই মেলি ভগৱতী প্ৰসাদ বৰুৱা ভৱনত সংগ্ৰহৰ ব্যৱস্থা কৰালে, লগতে তেওঁ সংগ্ৰহ কৰিব নোৱাৰা তেনে বিষয়ক গ্ৰন্থ প্ৰবন্ধ আদিৰ তালিকা এখন কৰি সাহিত্য সভাক দিছিল যাতে সভাই সেইবোৰৰ সংৰক্ষণৰ ব্যৱস্থা কৰে। নন্দ তালুকদাৰ মানুহজনে নিজৰ দেশক গভীৰভাৱে যে ভাল পাইছিল এইবিলাক হ'ল নিদৰ্শন। জাতীয় ঐতিহ্য ৰক্ষাৰ কাৰণে তেওঁ সততে চিন্তা কৰিছিল আৰু নিজেও হাতে-কামে লাগিছিল। কামৰ মানুহ আছিল কাৰণেই তেওঁ মালিগাঁৱত ১৯৬৫ চনত অসম সাহিত্য সভাৰ এখন শাখা গঢ়ি তুলিছিল। পাণ্ডু কলেজত অধ্যাপক হিচাবে যোগ দিয়াৰ দুবছৰ পিছত গঢ়ি তোলা এই শাখা সভাখনৰ তেওঁ একেৰাহে পাঁচ বছৰ সভাপতি আছিল। এইদৰেই তেওঁ সেই অঞ্চলত সাহিত্যৰ পৰিবেশ এটা গঢ়ি তুলিছিল। তদুপৰি মালিগাঁৱৰ ৰেলৱে সদৰ কাৰ্য্যালয়ত অনা অসমীয়া বিষয়া আৰু কৰ্মচাৰী সকলৰ বাবে তেওঁ অসমীয়া ভাষা-শিক্ষা শ্ৰেণীবো ব্যৱস্থা কৰিছিল। তেওঁৰ ব্যক্তিগত পুথিভঁৰালটিতো অসমীয়া সাহিত্য সংস্কৃতিৰ ঐতিহাসিক সম্পদ। এই পুথিভঁৰালটিৰ কাৰণেই অসমৰ পণ্ডিতমণ্ডলী, সাহিত্যিক, গৱেষক, সাংবাদিক, শিক্ষক সকলো তেওঁৰ ওচৰ চাপিবলৈ বাধ্য হৈছিল। নিজৰ ঘৰখনৰ সকলো দায়িত্ব বহন কৰিও তেওঁ অসমীয়া ভাষা সাহিত্যৰ কাৰণে এনেদৰে নীৰৱে কাম কৰি গৈছিল ইয়াৰ কাৰণে তেওঁ কঠোৰ পৰিশ্ৰম কৰিবলগীয়া হৈছিল। সাহিত্যাচাৰ্য্য শ্ৰীঅতুল চন্দ্ৰ হাজৰিকাই সেয়েহে কৈছিল— "তালুকদাৰৰ নিচিনা শ্ৰমশীল সাধক সাহিত্যিক আমাৰ ডেকা-চামৰ মাজত অতি বিৰল।"[12]

"মনসা চিন্তিতং কৰ্ম বচসা ন প্ৰকাশয়েৎ"— চাণক্যৰ এই নীতিও তেওঁ আখৰে আখৰে পালন কৰিছিল। আনহাতে গুণীজনক তেওঁ যিদৰে স্বীকৃতি দিছিল সেইদৰে নতুনচাম সাহিত্য সেৱীকো

তেওঁ সদায় অনুপ্ৰেৰণা যোগাই আছিছিল। তেওঁ প্ৰবীণ আৰু নবীন সাহিত্যিক সকলৰ যেন মধ্যমণি আছিল।

অসমীয়া জাতীয় জীৱনলৈ মহান অৱদান আগবঢ়োৱা এই মানুহজনে কিন্তু জীৱনত যেন একোৱেই কৰিব নোৱাৰিলে সদায় এনে ভাবেহে দেখুৱাই আছিল। এই লেখকলৈ দিয়া আন এখন চিঠিত (১৮ জুন'৭৭) তেওঁ লেখিছিল "....জানা মই কিয় উইথ নাখিং? জীৱনটোত একোকে কৰিব নোৱাৰিলোঁ। কেৱল লোকক দেখুৱাই ব্যস্ত হৈ ফুৰোতে গ'ল।" এইবিলাক অমূলক কথা কোৱাৰ কাৰণে তেওঁক কেতিয়াবা বেয়া পাইছিলোঁ। কেতিয়াবা নিৰস হোৱা যেন দেখিলে একপ্ৰকাৰ টানকৈয়ে কৈ উৎসাহ দিছিলো। এবাৰ দৃঢ়তা দেখুওৱাৰ কথা লিখোঁতে তেওঁ উত্তৰ দিছিল এইদৰে—"তুমি যি দৃঢ়তা দেখুওৱাৰ কথা লিখিছা কিবা কৰিব পাৰিম জানো? অৱশ্যে একো কৰিব নোৱাৰিলেও—ইতিভেনৰ দৰে শিলত ঠেকেছি নিজৰ মূৰটোকে ভাঙিব পাৰিম। বুজিছা ববকটকী, আমি একো কৰিব নোৱাৰোঁ।"—(৮ জুন'৭৬)। প্ৰকৃততে তেওঁৰ দৰে দৃঢ় মনৰ মানুহ খুব কমেইহে আছে। এই দৃঢ়তা থকাৰ কাৰণেই ঘাট প্ৰতিঘাট সংঘাটে তেওঁক অকণো টলাব পৰা নাছিল। আবকাৰী আৰু আৰক্ষী বিভাগত চাকৰি কৰা কালতো তেওঁৰ মন সত্য-শিৱ সুন্দৰৰ ধ্যানৰ পৰা বিচলিত হোৱা নাছিল।

এই গৰাকী সত্য-শিৱ-সুন্দৰৰ পূজাৰীক গুৱাহাটীৰ ৰাজপথৰ সেই অমঙ্গলীয়া ঘটনাই মূহুৰ্ত্ততে শেষ কৰি দিলে। সেই সময়ত অসম অগ্নিগৰ্ভত। নানা দুশ্চিন্তাই মনটো ভাবাক্ৰান্ত কৰি তুলিছিল। সেই সময়ত কাৰো নিৰাপত্তা নাছিল। সেয়ে বিদেশী বহিষ্কাৰ আন্দোলনটোৰ লগত তেওঁৰ মৃত্যুৰ কিবা সম্পৰ্ক আছে নেকি এই প্ৰশ্নই মোকো আন দহজনৰ দৰে অস্থিৰ কৰি তুলিছিল। মনে মনে মনত পৰিছিল তেওঁৰ কথা মাক, ভায়েক মনমোহন আৰু

ইন্দিৰা বাইদেউ আৰু মৰমৰ ভাইটি-ভণ্টি হুয়োলৈ। অসমৰ কোনো লোক মহৎ সন্মানৰ অধিকাৰী হলে বা গুণী লোকৰ মৃত্যু হ'লে ৰিতং তথ্যৰ কাৰণে বাতৰি কাকতৰ অফিচৰ পৰা তেওঁৰ ২৬৪৭৮ নম্বৰত সদায় ফোন বাজি উঠে। সেই নম্বৰটো সাংবাদিক সকলৰ অতি আপোন আছিল। নন্দ তালুকদাৰৰ বিয়োগত সাংবাদিক সকলেও এজন সু-হৃদক হেৰুৱালে। তালুকদাৰে আমাক যিখিনি দি থৈ গ'ল তাৰ তুলনা নাই, যিখিনি দিলেহেঁতেন সেইখিনিও অমূল্য সম্পদেই হ'লহেঁতেন, নিয়তিয়ে নসহিলে, সহিব নোৱাৰিলে। তথাপি তেওঁৰ বিশাল কৰ্মৰাজিয়েই তেওঁক আমাৰ মাজত সদায় জিলিকাই ৰাখিব।

## —ড° নন্দ তালুকদাৰক যিদৰে জানো—

শ্ৰীসতীশ চন্দ্ৰ ভট্টাচাৰ্য্য।

২৬ ফেব্ৰুৱাৰীৰ সেই সন্ধিয়াটোৰ কথা আজিও মনৰ মণি-কোঠাত সজীৱ হৈ আছে। প্ৰয়াত সীতানাথ ব্ৰহ্মচৌধুৰীদেৱৰ বিষয়ে প্ৰবন্ধ যুগুতাই আছিলোঁ। মেজৰ ওপৰত অন্যান্য কিতাপ পত্ৰৰ লগতে নন্দ তালুকদাৰ প্ৰণীত "সীতানাথ ব্ৰহ্মচৌধুৰী" নামৰ পুথিখন মেলি লোৱা হৈছিল। তেনে সময়তে শুনিলো আকাশ বাণীৰ যোগেদি সেই হৃদয় বিদাৰক বাতৰিটো। নিজৰ কাণকেই অবিশ্বাস কৰিবলগীয়া কথা। কিন্তু নিয়তিৰ বিধান। সেয়েই হ'ল।

জীৱনৰ আধা বয়স নৌহওঁতেই অসমীয়া সাহিত্যত একপ্ৰকাৰ কিম্বদন্তীৰ নিচিনা হৈ পৰা লেখক হ'ল নন্দ তালুকদাৰ। সাহিত্যৰ লগত নিচেই সামান্যতম পৰিচয় থকা সকলৰ বাবেও অপৰিচিত নহয় এই নামটি। আজি তেওঁৰ স্মৃতিত লেখো বুলি ভাবিও থমকি ৰৈছোঁ। লেখোঁ কি? -নন্দ তালুকদাৰৰ লগত ব্যক্তিগত সান্নিধ্যৰ কথা? তেখেতৰ জীৱনী? সাহিত্য প্ৰতিভা? অধ্যয়ন স্পৃহা? -গ্ৰন্থপ্ৰীতিৰ বিৰল আদৰ্শৰ কথা? অসমীয়া ভাষা সাহিত্যৰ প্ৰতি নিবিড় ভালপোৱাৰ কথা? লিখিবলৈ লোৱাৰ লগে লগে আটাইবোৰ বিষয়ে আহি আমাৰ মনৰ মাজত ভুমুৰি দি ধৰিছেহি।

প্ৰখ্যাত লোকৰ মৃত্যু হোৱাৰ লগে লগে তালুকদাৰে লেখা জীৱনী কাকতত ওলাইছিল। কোনেও ভাবিব পৰা নাছিল এইজন জীৱনী ৰচকে সকলোৰে চকুত ধূলি দি এনেদৰে আঁতৰি যাব বুলি। আনকি তালুকদাৰে নিজেও। মাত্ৰ আঢ়ৈ কুৰি বছৰ বয়সতে (জন্ম ৭ জুন, ১৯৩৩ চন) কৰ্মীৰ তালুকদাৰে অসমীয়া সাহিত্যলৈ যিখিনি

অৰিহণা আগবঢাই গ'ল, সেয়ে তেখেতক চিৰস্মৰণীয় কৰি ৰাখিবলৈ সক্ষম হব। তেওঁৰ ৰচিত সাহিত্য ৰাজিৰ মূল্যায়ন সময়ে কৰিব। তাৰ তালিকাও দাঙি ধৰিব খোজা নাই। কলেজীয়া জীৱনতে তেওঁ সাহিত্যৰ সেৱা কৰাৰ প্ৰমাণ পাওঁহঁক। চতুৰ্থ বাৰ্ষিকত পঢ়ি থাকোতে বি. বৰুৱা কলেজ আলোচনীৰ ৬ষ্ঠ সংখ্যা (১৮৮০ শক) সম্পাদনা কৰিছিল আৰু কবি দেৱকান্ত বৰুৱাৰ বিষয়ে নিবন্ধ লেখিছিল। তেতিয়াৰ পৰা মৃত্যু পৰ্য্যন্ত ভাষা জননীৰ সেৱা কৰি গ'ল পৰম নিষ্ঠাৰে।

বৰ্ত্তমান অসমীয়া সাহিত্যত স্বৰ্গীয় তালুকদাৰৰ পৰিচয় ঘাইকৈ জীৱনীকাৰ ৰূপেহে। আমাৰ জীৱনী সাহিত্যৰ দিশটো যে অনুন্নত এইটো তেওঁ ভালদৰে উপলব্ধি কৰিছিল আৰু আনকো কৈছিল। জীৱনীৰচনাত হাত দিয়াৰ কাৰণ এয়ে। তেওঁৰ ৰচিত দহখনকৈ জীৱনী পুথি প্ৰকাশ পাইছে ১৯৭০ ৰ পৰা ১৯৮১ চনৰ ভিতৰৰ সময়ছোৱাত। জীৱনী ৰচনা কৰাটো প্ৰকৃততে কষ্টসাধ্য। কাৰোবাৰ জীৱন বৃত্তান্ত বাস্তৱ আৰু সত্যৰ ওচৰ চপা কৰিবলৈ হলে জীৱনী-কাৰে অনেক শ্ৰম কৰিবলগীয়া হয়। লাঞ্ছনাও সহিব লগা হয় কেতিয়াবা। গৃহস্থৰ পেৰেজত অনাদৃত ভাবে পৰি থকা চিঠিপত্ৰ-বোৰো বিচাৰি গলে গৃহস্থই মূল্যবান কিবা এটা বুলি ভাবি দিবলৈ টানপোৱাৰ কথা তেওঁ আমাক দুখ কৰি কৈছিল। আকৌ কেতিয়াবা নায়কৰ জীৱনৰ সচঁা ঘটনাৰ কথা লেখি তেওঁৰ (নায়কৰ) পুত্ৰ পৰিয়াৰ আৰিব পৰা কৰ্কশ শুনাৰ অভিজ্ঞতাও জানিবলৈ দিছিল। সাহিত্যৰ এই দিশটোত নন্দ তালুকদাৰৰ বৰঙণি উলাই কৰিব পৰা বিধৰ মুঠেই নহয়। কেতিয়াবা কেতিয়াবা অসমৰ কোনো প্ৰখ্যাত কবি সাহিত্যিকৰ মৃত্যু হলে অলপতে পলমে সংবাদ পত্ৰত মৃতকৰ বিষয়ে স্বৰ্গীয় তালুকদাৰৰ লেখা প্ৰকাশ পাইছিল। এই বিষয়ত ভালেমান গুৱাহাটী বা অন্যান্য কাহিনীও পাঠক সমাজৰ মাজত প্ৰচলিত থকাৰ

কথা বছতে জানে। কিন্তু ইয়ে সাংবাদিকতাৰ এটা প্ৰচলিত ৰীতি, তাক সৰ্ব সাধাৰণৰ কথা বাদেই, বহু উচ্চ শিক্ষিত ব্যক্তিয়েও বুজিবলৈ যত্ন কৰা দেখা নাযায়। স্বৰ্গীয় তালুকদাৰৰ এই বিষয়ৰ ৰকগুণি সাধু-বাদৰ যোগ্য।

সাহিত্য সমালোচনাৰ পুথি ৰচনাতো তেখেতে হাত উজান দিছিল। কিন্তু জীৱনীৰ পিছতে তেওঁৰ উল্লেখযোগ্য সাহিত্য কৰ্ম হৈছে সম্পাদিত পুথি সমূহ। একক ভাবে তথা যুটীয়াকৈ নন্দ তালুকদাৰে বহুকেইখন পুথি সম্পাদনা কৰি গৈছে। ইয়াৰ ভিতৰত আছে প্ৰাচীন পুথি, ভিন্ন লেখকৰ ৰচনা, স্মৃতিগ্ৰন্থ আদি। শিশু সাহিত্যৰ লগত জড়িত সকলে তেওঁৰ আৰু এটা কৃতিৰ বিষয়ে জানে। ১৯৬১ চনৰ জানুৱাৰীত নৱকান্ত বৰুৱাৰ সম্পাদনাত প্ৰকাশিত 'জোনবাই'ৰ পৰবৰ্ত্তী কালত নন্দ তালুকদাৰ সহ-সম্পাদক আছিল।

অসম সাহিত্য সভাৰ লগত এইজনা লেখকৰ সম্পৰ্ক আছিল নিবিড়। ১৯৬৭-৬৮ চনত সাহিত্য সভাৰ সহকাৰী সম্পাদক হিচাপে কাৰ্য্যনিৰ্বাহ কৰাৰ পৰা মৃত্যুৰ সময়লৈকে অনুষ্ঠানটোৰ কাৰ্য্যৰ হকে কাম কৰিছিল। কেতিয়াবা কেতিয়াবা অসম সাহিত্য সভা পত্ৰিকাৰ মানদণ্ড নিম্নগামী হোৱা আমাৰ চকুত পৰিছিল। তেনে সময়ত দুই এবাৰ তালুকদাৰ ডাঙৰীয়াক অনুৰোধ কৰিছিলো—পত্ৰিকা সম্পাদনাৰ দায়িত্ব লবলৈ। পিছে সাহিত্য সভাৰ বছৰেকীয়া অধিবেশনৰ সময়ত পৰবৰ্ত্তী বাবে যি ভোট-পৰ্ব অনুষ্ঠিত হয়, তাত নামিবলৈ তেখেত সমূলি ইচ্ছুক নাছিল।

সাহিত্য ৰচনাৰ ক্ষেত্ৰত তালুকদাৰ ডাঙৰীয়াই নামতকৈ কামহে মূল্য দিছিল বেছি। ওপৰন্তু নামকিনাৰ তেখেত মুঠেই পক্ষপাতী নাছিল। সাহিত্য সৃষ্টিক তেখেতে এটা সাধনা হিচাপে লৈছিল। নিজে বিষয়ে একাগ্ৰতাৰে লৈতে কাম কৰিছিল আনকো তেনেকৈ

কবিবলৈ পৰামৰ্শ দিছিল । অসম সাহিত্য সভাই গুৰুত্ব দিব নোখোজা কিম্বা সাহিত্য সভাৰ চকুত নপৰা ৰাজ্যৰ ভিন্ ভিন্ ঠাইৰ লেখক সকলৰ সাহিত্য কৰ্মৰ বিষয়ে তেখেতে ভালদৰে খবৰ ৰখাৰ কথা বহুতে জানে । তদুপৰি তালুকদাৰ ডাঙৰীয়া কোনো গোষ্ঠী বা দলত অন্তৰ্ভূক্ত নাছিল । তেখেতৰ লগত বৰ্ত্তমান লেখকৰ আত্মীয়তাৰ ই আছিল অন্যতম কাৰণ । বয়সত কেবাবছৰৰ জ্যেষ্ঠ হ'লেও তেখেতে আমাক বন্ধুৰ স্থান দিছিল ।

মৃত্যুৰ আগলৈকে স্বৰ্গীয় তালুকদাৰে ৰাজ্যৰ উচ্চমানৰ আলোচনী, বাতৰি কাকত সমূহত অসংখ্য প্ৰবন্ধ পাতি লেখিছিল । আলোচনী সমূহৰ পূজা সংখ্যা, বিহু সংখ্যাত এইজনা লেখকৰ ৰচনা থকাটো প্ৰায় নিশ্চিত ধৰণৰ আছিল । এতিয়া আলোচনী বিলাকৰ সম্পাদক প্ৰকাশক পাঠক সকলে তেওঁৰ অভাৱ নিশ্চয় অনুভৱ নকৰাকৈ নাথাকিব । তদুপৰি গোটেই বছৰৰ উল্লেখযোগ্য পুথিসমূহৰ সমালোচনা কৰি "অসম বাণী'ত লেখি অহা "বছৰৰ সাহিত্য" আছিল স্বৰ্গীয় তালুকদাৰৰ উল্লেখনীয় সাহিত্য কৰ্ম । সাহিত্যৰ সকলোবিভাগৰ উল্লেখযোগ্য পুথিসমূহৰ সংক্ষিপ্ত পৰিচয় "বছৰৰ সাহিত্যত" সামৰিবৰ দিহা কৰিছিল ।

বিগত শতাব্দীৰ প্ৰকাশিত পুথি পত্ৰৰ লগত এওঁৰ পৰিচয় অতি নিবিড় । ভাষা সাহিত্যৰ এই সময়ছোৱাৰ পৰ্য্যমানে প্ৰতিটো সংবাদ তেওঁ সংগ্ৰহৰ প্ৰযত্ন কৰিছিল । কিতাপ, আলোচনীৰ লেখক বা সম্পাদক, প্ৰকাশক, প্ৰকাশ-কাল মূল্য আদি সকলো তথ্য স্বৰ্গীয় তালুকদাৰে জনাৰ চেষ্টা কৰিছিল । বিভিন্ন আলোচনীত এই সময়ছোৱাৰ বিষয় একোটালৈ তথ্যপূৰ্ণ প্ৰসঙ্গ-পাতি ৰচনা কৰাৰ কথা পাঠক সকলে নজনা নহয় । আমি নিজেও তেখেতৰ লগত ঊনবিংশ শতিকাৰ অসমীয়া সমাজৰ বিভিন্ন দিশৰ বিষয়ে আলোচনা কৰি উপকৃত হৈছোঁ ।

প্ৰয়াত সাহিত্যিক গৰাকীৰ যিটো অমূল্য সম্পদ - সি হ'ল তেখেতৰ ব্যক্তিগত পুথিভঁৰালটো । অসমীয়া মানুহৰ গ্ৰন্থপ্ৰীতি কিমান সি সবাৰে জনাজাত । ইয়াৰ বিপৰীতে স্বৰ্গীয় তালুকদাৰে ব্যক্তিগত উদ্যম আৰু যত্নৰে যিমান গ্ৰন্থ সংগ্ৰহ কৰিছে, ই অনন্য নহলেও বিৰল দৃষ্টান্ত । পুৰণি পুথি, আলোচনী সংগ্ৰহৰ ক্ষেত্ৰত গুৱাহাটী বিশ্ববিদ্যালয়, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, সংগ্ৰহালয়, অসম সাহিত্য সভা আদি অনুষ্ঠানে যি কাম কৰিব পৰা নাই অধ্যাপক তালুকদাৰে একক প্ৰচেষ্টাৰে সেই কাম সমাধা কৰিছে । কুৰীয়া জীৱনৰ পৰা গ্ৰন্থৰ প্ৰতি এনে আগ্ৰহৰ কথা তেওঁ আমাৰ আগত প্ৰকাশ কৰিছিল । এদিনাখন তেখেতে জানিবলৈ দিছিল— কুলত পঢ়ি থকা কালতে হেনো ঘৰলৈটাৰ কোনোবা এজন উদাৰ মনা ব্যক্তিয়ে নিজৰ ঘৰৰ সমস্ত পুৰণি আলোচনী উপযুক্ত ৰক্ষণাবেক্ষণৰ বাবে তালুকদাৰ ডাঙৰীয়াৰ হাতত শোধাই দিছিল । বৰ্তমান দুষ্প্ৰাপ্য বহুতো পুৰণি আলোচনী, পুথি আদি এওঁ সযতনে ৰাখি থৈ গৈছে । পাঁচশ খন মান আলোচনী, দহহাজাৰ মান গ্ৰন্থ তালুকদাৰৰ সংগ্ৰহত থকাটো অকল তেখেতৰ বাবেই নহয়, ৰাইজৰ বাবেও সুখৰ সংবাদ । আনকি বুজন আকাৰৰ খবৰৰ কাকতো বহুখিনি তেখেতে গোটাই ৰাখিছে । যিবিলাক পুৰণি আলোচনী, কিতাপ আদি কিনিবলৈ পোৱা নাযায় সেইবোৰ তেওঁ নকল অথবা ফটোকপি কৰি সংগ্ৰহ কৰে । লণ্ডনৰ বৃটিছ মিউজিয়াম, কলিকতাৰ ৰাষ্ট্ৰীয় গ্ৰন্থাগাৰ আদিৰ পৰা বহুতো পুৰণি নথি-পত্ৰ সংগ্ৰহ কৰিব পৰাটো সুখৰ কথা নহয় । এইবোৰত খৰচবো এটা প্ৰশ্ন আছে । তেখেতৰ সংগৃহীত নথি-পত্ৰ কিছু দেখাৰ সুযোগ আমি পাইছোঁ । অন্য ঠাইৰ পণ্ডিত গৱেষক ছাত্ৰই প্ৰায়ে তেখেতৰ পুথি ভঁৰালৈ যায় । সেইবুলি পুথি পাঁজিবোৰ তেখেতে নিবলৈ নিদি নিজৰ ঘৰতে চাবলৈ দিছিল । আগতে কবলৈ, নিৰ শিৰ'ৰ কলত লেখক গৰাকীৰ দুই এটা দুখ লগা অভিজ্ঞতা হৈছিল । এবাৰ হেনো এজন অধ্যাপকে (কোনজনৰ

আমাক জনাইছিল) তেখেতৰ পুৰণি "আহ্বান" সঙ্কলনৰ বাবে নি প্ৰতিলিপি কৰাৰ সলনি মূল আলোচনীখিনিকে ছপাশালত দি দিছিল। ছপাশালৰ কম্পজিটৰে সুবিধাৰ বাবে ছুটা কলমৰ মাজেৰে কাটি কাটি লৈছিল। ঘূৰাই দিয়াৰ বেলিকা আলোচনীৰ বিলৈ দেখি স্বৰ্গীয় তালুকদাৰৰ বৰ দুখ লগাৰ লগতে প্ৰচণ্ড খঙো উঠিছিল। ভদ্ৰলোকক তেখেতে হাতেৰে মাৰিবলৈ হে এৰিছিল। পিছত পুনৰ খৰছান্ত হৈ তাক বন্ধাই লৈছিল।

স্বৰ্গীয় তালুকদাৰদেৱৰ গ্ৰন্থপ্ৰীতিৰ আৰু এটা আমোদজনক উদাহৰণ আমি জানো। কেইবছৰ মান পূৰ্বৰ কথা। তেখেতৰ ঘৰত দুয়োজনে কথা পাতি আছো। আমি সোধাত তেখেতে কলেজৰ অধ্যাপকৰ সীমিত উপাৰ্জনৰ পৰা কিতাপ আলোচনী কিনাৰ বাবদ গড়ে মাহত কিমান খৰছ কৰে জানিবলৈ দিছে। গৃহস্থালীৰ অন্যান্য সামগ্ৰীতকৈ গ্ৰন্থ ক্ৰয় কোনো গুণে কম দৰ্কাৰী বুলি বিবেচনা নকৰে। দেউতাকৰ কিতাপৰ প্ৰতি হেপাহ দেখি লৰা-ছোৱালী হালে এবাৰ পূজাৰ বতৰত হেনো কথা পাতিছিল—"দেউতাই আমাক ক'ত পূজাৰ কাপোৰ দিব, তাতকৈ কেইখন মান কিতাপ আলোচনীকে কিনিব।"

চাওঁতে চাওঁতে নন্দ তালুকদাৰৰ বিয়োগৰ দুবছৰ হবৰ হলহি পিছে আজিলৈকে তেখেতৰ জীৱনৰ অমূল্য সম্পদ পুথি ভঁৰালটোৰ কিবা সুব্যৱস্থা হোৱাৰ কথা শুনা নাই। আমাৰ বোধেৰে ই বৰ দুখ আৰু পৰিতাপৰ বিষয়। অসম সাহিত্য সভা, গুৱাহাটী বিশ্ববিদ্যালয় প্ৰমুখ্যে অনুষ্ঠান সমূহে বিষয়টোৰ প্ৰতি মনোনিবেশ কৰিব লাগে। মৰণোত্তৰ ভাবে ডক্টৰেট উপাধি প্ৰদান কৰা দাবীটো পূৰ্ণ হোৱাৰ পিছত বাইকেও নিবন্ধ নৰ্ষকৰ ভূমিকা লোৱাটো সমীচিন নহব যেন পাওঁ। অসীম কষ্ট কৰি সংগ্ৰহ কৰা পুথি পাঁজিবোৰৰ সুব্যৱস্থা হলেহে প্ৰয়াত তালুকদাৰজনৰ আত্মাই শান্তি পাব। তেখেতৰ প্ৰতি সন্মান-প্ৰদৰ্শনতো সাৰ্থক হৈ পৰ যেন।

# জীৱনীকাৰ নন্দ তালুকদাৰ

অঞ্জলী শৰ্মা

নন্দ তালুকদাৰ অসমীয়া সাহিত্য সমাজত এটি পৰিচিত নাম। তেখেতক যিয়েই এবাৰ লগ পাইছে, তেওঁৰেই তেখেতৰ সাহিত্য চৰ্চ্চাৰ প্ৰতি আগ্ৰহ আৰু নিষ্ঠাৰ কথা অনুভৱ নকৰাকৈ থকা নাই। তেখেতে ব্যক্তিগত প্ৰচেষ্টাৰে মৃত্যুৰ সময়লৈকে প্ৰকাশিত পুথি, আলোচনী আৰু দুষ্প্ৰাপ্য গ্ৰন্থৰ যি সংগ্ৰহ কৰি থৈ গৈছে, সেইয়া অসমীয়া সাহিত্যৰ অমূল্য সম্পদ। এই সম্পদ যে তেখেতে অকল নিজৰ বাবেহে কৰিছে, তাৰ সহায় আনক দিয়া নাই, এনে নহয়। তেখেতৰ ওচৰলৈ সাহিত্যৰ বুৰঞ্জীত নোলোৱা তথ্য বিচাৰি আন বহুতো লোক যোৱাৰ দৰে ময়ো গৈছিলো। তেখেতে অকনো আমনিবোধ নকৰাকৈ, অকুণ্ঠচিত্তে আৰু আনন্দেৰে সেই তথ্য দি মোক সহায় কৰিছিল। মোৰ দৰে আৰু কত লোকেই যে তেখেতৰ ওচৰত এনে সহায়ৰ বাবে ঋণী।

নন্দ তালুকদাৰ অসমীয়া সাহিত্য সমাজত প্ৰধানকৈ জীৱনীকাৰ হিচাপেহে পৰিচিত। অৱশ্যে জীৱনীৰ উপৰিও তেখেতে কেবাখনো পুৰণি আৰু আধুনিক লেখকৰ ৰচনাসংগ্ৰহ সম্পাদনাও কৰিছে।

তালুকদাৰে জীৱনীৰ গ্ৰন্থকাৰ হিচাপে আত্মপ্ৰকাশ কৰে ১৯৭০ চনত, 'কমলুৱৰ কবি দুৰ্গা' নামৰ পুথি প্ৰকাশৰ লগে লগে, ইয়াৰ পাছত তেখেতৰ ক্ৰমে কেইখন জীৱনী গ্ৰন্থ প্ৰকাশ হ'ল। সেই কেইখন হ'ল—'হেমচন্দ্ৰৰ ব্যক্তিত্ব আৰু প্ৰতিভা' (১৯৭৫), 'কনকলাল বৰুৱা' (১৯৭২), 'চিৰচেনেহী মোৰ ভাষা জননী' (১৯৭৭), 'হেমবৰুৱা' (১৯৭৮), 'কমলাকান্ত' (১৯৭৮), 'কালিৰাম মেধি' (১৯৭৮)।

তালুকদাৰ ৰচিত জীৱনীসমূহ পৰ্যালোচনা কৰি চালে দেখা যায় যে, প্ৰায় আটাইকেইখন গ্ৰন্থ কম বেছি পৰিমাণে একে গুণ বিশিষ্ট।

'কনকলাল বৰুৱা' আৰু 'কালিৰাম মেধি' তালুকদাৰৰ দুখন জীৱনী। এই জীৱনী দুখনৰ এটা লক্ষণ হ'ল, এই দুখনৰ বিষয় দুগৰাকী বৃটিছ চৰকাৰৰ উচ্চপদস্থ বিষয়া। অথচ চৰকাৰী চাকৰি কৰিও এই দুজনাই অসমীয়া সাহিত্যৰ উন্নতিলৈ যথেষ্ট অৰিহণা যোগায়। একাধিক বৃটিছ আই. চি. এছ বিষয়াই William Jones ৰ পদানুসৰণ কৰি গধুৰ চৰকাৰী দায়িত্ব পালন কৰিও ভাৰতৰ পুৰাতত্ব, বুৰঞ্জী, সাহিত্য আদিৰ নতুন তথ্য উদ্ঘাটনৰ আৰু সেই-বোৰৰ বিশ্লেষণৰ বাট দেখুৱাই যায়। তেনে ভাৰতীয় বিষয়া ৰমেশ চন্দ্ৰ দত্ত, আনন্দৰাম বৰুৱাৰ উদাহৰণ আমাৰ সকলোৰে কণ্ঠত। অসমৰ বৃটিছ উচ্চপদস্থ বিষয়া Edward Gait এ সেই আৰ্হিতেই আধুনিক পদ্ধতিত 'History of Assam' (1905) ৰচনা কৰে। তেওঁৰ পদানুসৰণ কৰি অসমীয়া এ. চি এছ বিষয়া 'কনকলাল বৰুৱাই 'Early History of Kamrup' (1933) ৰচনা কৰে। এনেদৰে অসমীয়া উচ্চপদস্থ বিষয়া 'হেমচন্দ্ৰ গোস্বামী', 'কালিৰাম মেধি', আদিয়ে অসমীয়া সাহিত্য, পুৰাতত্ব আদিৰ বিষয়ত অনেক কাম কৰে। যদিও 'কালিৰাম মেধি' গ্ৰন্থত (পৃঃ ৪৫) এই কথা তালুকদাৰে সামান্যভাৱে উল্লেখ কৰিছে, পূৰ্বৰ বৃটিছ বিষয়াসকলৰ এই পৰম্পৰাৰ লগত অসমীয়া বিষয়াসকলৰ কাৰ্য্য স্পষ্টভাৱে জড়িত কৰি দেখুৱাব পৰা নাই, ফলত বিষয়ৰ প্ৰকৃত স্বৰূপ এইবোৰত ফুটি উঠা নাই। কালিৰাম মেধিয়ে তেখেতৰ জন্মপুৰ গ্ৰন্থ পুথি আদিৰে অসমীয়া ভাষা সাহিত্য চহকী কৰাৰ উপৰি বিভিন্ন সামাজিক আৰু সাহিত্য অনুষ্ঠানতো তেওঁ মৃত্যুৰ সময়লৈকে জড়িত হৈ আছিল। তালুকদাৰে দুটিকে মিলন অসমীয়া উচ্চপদস্থ বিষয়া কনক-

লাল বৰুৱা আৰু কালিৰাম মেধিয়ে কেনেকৈ চৰকাৰী চাকৰি কৰিও সাহিত্য সেৱা আৰু অসমৰ উন্নতি কৰে বিভিন্ন অনুষ্ঠান গঢ়ি তোলে, বাস্তিক সংগ্ৰহালয়, কামৰূপ অনুসন্ধান সমিতি, সাহিত্য সভা আদিৰ জৰিয়তে অসমৰ উন্নতিৰ চেষ্টা কৰে, সেই কথা বহলকৈ আলোচনা কৰিছে। ইয়াৰ উপৰি মানুহ দুজনৰ জীৱনৰ সৰু সৰু ঘটনা— যেনে, কনকলাল বৰুৱাই কাছাৰীত দুপৰীয়া চাহ খাবলৈ ফ্লাক্সত পানীৰ লৈ যোৱা বা কালিৰাম মেধিয়ে কেতিয়াবা বাটৰ কাষত চিঠি পোষ্ট কৰিলেও চিঠিৰ বাকচৰ তলাটো টানি চোৱা আদি কথা উল্লেখ কৰি ব্যক্তি দুজনাৰ চৰিত্ৰ আৰু ব্যক্তিত্ব ফুটাই তুলিছে। সেই কালৰ পৰা তালুকদাৰৰ জীৱনীসমূহ বহুখিনি সফল হৈছে বুলি কব লাগিব।

জীৱনীকাৰ হিচাবে তালুকদাৰৰ জীৱনী ৰচনাৰ আহিলা সংগ্ৰহত যথেষ্ট নিষ্ঠা দেখা যায়। সমল সংগ্ৰহৰ বাবে তেওঁবিলাকে বিষয়াৰ পৰিয়াল বৰ্গ, আত্মীয় স্বজনক লগ ধৰে, বিষয়াৰ জন্মস্থানত পদাৰ্পণ কৰি তাৰ চাই মেলি লোৱাৰ উপৰিও সেই ঠাইৰ লোক-সকলক লগ ধৰে, বিষয়াৰ সমসাময়িক লোকসকল বা তেওঁৰ সহ-পাঠী, সহকৰ্মীসকলৰ সাক্ষাৎ লয়, বিষয়াই নিজে কৰি যোৱা টোকা চিঠিপত্ৰ, ডায়েৰী, বিষয়াৰ ৰচনাৱলী আৰু পুথিভঁৰালত পোৱা তেওঁৰ বিষয়ে প্ৰবন্ধ পাতিৰ সহায় লয়। এনেদৰে প্ৰাথমিক উৎসৰ সমলৰ সহায়ত তেওঁ জীৱনী গ্ৰন্থ সমূহ ৰচনা কৰিছে।

অৱশ্যে এইখিনিতে জীৱনীকাৰ হিচাপে তালুকদাৰৰ এক ত্ৰুটীও ধৰা পৰে। তালুকদাৰে সংগৃহীত সকলো সমলকেই জীৱনীত ঠাই দিয়ে। কিন্তু এখন প্ৰকৃত অৰ্থত ভাল জীৱনী লিখিবলৈ লিখকে বিষয়ৰ জীৱনৰ সকলো সমল সংগ্ৰহ কৰি, সেইবিলাক বিশ্লেষণ কৰি, সেইবোৰ জীৱনীৰ বাবে এনেভাৱে নিৰ্বাচন কৰিব লাগিব যে জীৱনীত ঠাই দিয়া ঘটনাবিশেষে যাতে বিষয়াৰ বিভিন্ন দিশ

স্পষ্টকৈ ফুটাই তুলিব পাৰে। ইয়াকে কৰিবলৈ একোটা দিশত পোহৰ পেলাবলৈ এটা বা দুটা ঘটনাই যথেষ্ট। কেতিয়াবা, কিছুমান সমল সেইসময়ৰ অৰ্থনৈতিক দিশৰ বা সামাজিক বুৰঞ্জীৰ বাবে গুৰুত্বপূৰ্ণ আছিলা হব পাৰে, কিন্তু তাৰ বিশদ বিৱৰণ জীৱনীৰ বাবে প্ৰয়োজন নহবও পাৰে। এনে দৃষ্টিভঙ্গীৰ পৰা চালে তালুকদাৰৰ জীৱনীগ্ৰন্থ সমূহ বহুসময়ত অনাৱশ্যকীয় বা তাৎপৰ্যবিহীন ঘটনাৰ সমাহাৰ হোৱা দেখা যায়। অৱশ্যে কিছুমান তথ্য জীৱনীৰ পিনৰ পৰা অনাৱশ্যকীয় হলেও অন্য কাৰণত মূল্যবান হোৱা দেখা যায়। উদাহৰণ স্বৰূপে 'কালিৰাম মেধি' গ্ৰন্থত বৰ্তমান গুৱাহাটীৰ কটন কলেজিয়েট স্কুলখনৰ আদি নাম যে গুৱাহাটী চেমিনাৰী হে আছিল, এই তথ্যই স্থান পাইছে। ইয়াৰ উল্লেখে জীৱনীখনৰ কলাৰ দিশটোক ক্ষুণ্ণ কৰা নাই। কিন্তু বিষয়াৰ পৰীক্ষাৰ Mark sheet বা তেওঁৰ লগত উত্তীৰ্ণ হোৱা পৰীক্ষাৰ্থীসকলৰ তালিকা বৰ প্ৰয়োজনীয় আছিলা নহয়। এইবিলাক জীৱনীখনৰ পৰিশিষ্টত ঠাই পালেই বৰং গ্ৰন্থখনৰ মূল্য চৰিলহেঁতেন।

তালুকদাৰৰ জীৱনীবিলাকৰ অন্য এটা ত্ৰুটী হ'ল, জীৱনীত থাকিব লগীয়া এটা বিশেষ গুণ— কেন্দ্ৰীয় ভাব বা উদ্দেশ্যৰ (Central motif) অভাৱ। তেখেতৰ জীৱনীগ্ৰন্থ সমূহ পঢ়িলে সেইবিলাকৰ কেন্দ্ৰীয় ভাব বা উদ্দেশ্য কি, বা জীৱনীখন লেখাৰ তেখেতৰ মুখ্য উদ্দেশ্যনো কি, সেয়া পাঠকৰ মনত স্পষ্ট হৈ নুঠে। এখন ভাল জীৱনীত কেন্দ্ৰীয় ভাব এটা সদায় থাকে ; ভাল জীৱনী-কাৰে তেওঁৰ নিজস্ব জীৱন দৰ্শন বা দৃষ্টিভঙ্গীও আনকি আনৰ জীৱনীৰ মাজেদিয়েই ফুটাই তুলিব পাৰে।

কেতিয়াবা তালুকদাৰে বিষয়ক সেই সময়ৰ পটভূমিত প্ৰতিষ্ঠা কৰি, সময়ৰ ওপৰত বিষয়ৰ প্ৰভাৱ বা বিষয়ৰ ওপৰত সময়ৰ প্ৰভাৱ কেনে ধৰণে পৰিছে, তাক ফুটাই তোলাত বিফল হয়।

উদাহৰণ স্বৰূপে হেম বৰুৱাইনো এজন ৰাজনীতিজ্ঞ হিচাপে যুগটোত কিমান প্ৰভাৱ পেলাবলৈ সমৰ্থ হৈছিল বা সাহিত্যিক হিচাপে তেওঁ যুগটোত কি প্ৰভাৱ বিস্তাৰ কৰিছিল বা তেওঁ ৰাজনীতিত যোগ দিয়াৰ গুৰিতে যুগৰ প্ৰভাৱ আছে নেকি—এইবিলাকৰ তাৎপৰ্য— বিশ্লেষণ ইয়াত নাই। ইয়াত কেৱল তেওঁৰ কাৰ্য্যাৱলীৰ সাধাৰণ বৰ্ণনাহে পোৱা যায়।

জীৱনীত এজন মানুহৰ জীৱনী অৰ্থাৎ তেওঁৰ ব্যক্তিত্ব আৰু চৰিত্ৰ নিৰ্ব্বাচিত ঘটনাৱলী বা কাৰ্য্যৰ মাজেদি ফুটাই তোলা হয়। জীৱনটোৰ লগতে ভাল জীৱনীকাৰে বিষয়ৰ লগত যুগটোৰ সম্বন্ধ বা যুগটোৰ লগত বিষয়ৰ সম্বন্ধ ফুটাই তোলে। ইয়াৰ উপৰি জীৱনী হ'ল এবিধ সাহিত্য। সাহিত্য যেহেতু এবিধ কলা, গতিকে জীৱনীত সেই কলা ফুটি উঠিব লাগিব। জীৱনী ইতিহাসৰো অন্তৰ্গত। সেইবাবে ইয়াত ব্যৱহাৰ কৰা ঘটনাৱলী বা কাৰ্য্য বা ইয়াৰ উপাদান সমূহ সত্য বা সঠিক হব লাগিব। এখন ভাল জীৱনীত এজন লোক বা বিষয়ক, সত্য আৰু অবিকৃত ঘটনাৰ জৰিয়তে আৰু কলাৰ সহায়ত এজন তেজ মঙহৰ জীয়া মানুহ ৰূপে ফুটাই তোলা হয়।

এজন তেজ মঙহৰ জীয়া মানুহ ৰূপে অংকণ কৰিবলৈ বিষয়ৰ জীৱনৰ সৰু সৰু দৈনন্দিন জীৱনৰ ঘটনা, তেওঁৰ ব্যক্তিগত অভ্যাসৰ কথা, পোচাক পৰিচ্ছদ আদিৰ বৰ্ণনাৰ নিতান্ত প্ৰয়োজন। তালুকদাৰে প্ৰায় আটাইকেইখন জীৱনীতে এনে সৰু সৰু ঘটনাৰ ব্যৱহাৰ কৰি বিষয়ক সজীৱ কৰি তুলিছে বা মানুহজনৰ সম্যক ধাৰণা এটা দাঙি ধৰিব পাৰিছে।

কবি যতীন্দ্ৰ নাথ দুৱৰা বৰ্ত্তমান শতিকাৰ মাজভাগৰ এজন প্ৰখ্যাত গীতিকবি। সেই কবিজনাক লাজকুৰীয়া, মাৰ্জিত

আৰু লোকচকুৰ আঁতৰত থাকিব খোজা ব্যক্তি ৰূপে ফুটাই তোলা হৈছে এনেধৰণৰ বৰ্ণনাৰ মাজেদি :

"পোচাক-পৰিচ্ছদত সাধাৰণ ধুতি-পাঞ্জাবী কিন্তু গেঞ্জীৰ পৰা জোতালৈকে পিন্ধি থকা প্ৰতিটো বস্তুৰেই চাফ্‌চিকন। হাতত আঙুঠি, চকুত গোল্ডগোল্ডৰ চশমা, গোল্ডগোল্ডৰ বুটাম, জেপত চেণ্টসনা ৰুমাল।

ছুৰবাৰ বেশভূষাহে যে নিকা এনে নহয়, চাহৰ কাপটোতও অকনো দাগ বা গাখীৰৰ সৰ লাগি থাকিব নোৱাৰিব।" (পৃঃ ৫৭)

"গুৱাহাটীত থকা কালছোৱাত প্ৰায়ে আমি ছুৰবাক লগত লৈ ফুৰিবৰ লাগে। o o o o o o o o o o

এনেদৰে ফুৰোতে মাজে মাজে ছুৰবাক লুজন কিনি দিব লগা হয়। (পৃঃ ৭৩)

ছুৰবাৰ লগত সমসাময়িক লোকসকল যেনে: বেজবৰুৱা, সেই সময়ৰ কলিকতাত কথা ছাত্ৰসকল বিনন্দ চন্দ্ৰ বৰুৱা, অমূল্য বৰুৱা, লক্ষীধৰ শৰ্মা, তীৰ্থনাথ শৰ্মা ইত্যাদি। ছুৰবাৰ সাহিত্য ৰচনাত এই সকললোকৰ প্ৰেৰণা আদিৰ উল্লেখে ছুৰবাক আৰু সেই যুগটোৰ লগত তেওঁৰ সম্পৰ্ক ফুটাই তুলিছে।

"হেম বৰুৱাৰ ব্যক্তিত্ব আৰু প্ৰতিভা" আৰু "হেম বৰুৱা" পুথিতো আমি এনে সৰু সৰু ঘটনাৰ ব্যৱহাৰ দেখো। হেম বৰুৱা বৰ্তমান শতিকাৰ মাজভাগৰ সাহিত্য আৰু ৰাজনীতিৰ ক্ষেত্ৰত এজন বিশিষ্ট ব্যক্তি। হেম বৰুৱা এজন প্ৰতিভাশালী বুদ্ধিজীৱি, শক্তিশালী লেখক আৰু কবি। তেওঁ পশ্চিমীয়া সাহিত্যৰ বিস্তৃত অধ্যয়নৰে আধুনিক অসমীয়া সাহিত্যৰ বিভিন্ন ক্ষেত্ৰত নতুনত্বৰ সূচনা কৰাৰ উপৰিও তেনে ভাবেৰে উদ্দীপ্ত এচাম ডেকা লেখকবো সৃষ্টি কৰিবলৈ সক্ষম হৈছিল। এজন ভাল বক্তা হিচাপে তেওঁ সংসদী সদস্য সকলৰ ভিতৰত এখন বিশিষ্ট আসন অধিকাৰ কৰিছিল। তাদুকলাৰে এই

সকলোবোৰ কথা এই গ্ৰন্থত উল্লেখ কৰিছে যদিও হেম বৰুৱাৰ চৰিত্ৰৰ বৈশিষ্ট্য কোনখিনিত, তেওঁৰ অসমীয়া সাহিত্যলৈ প্ৰকৃত বৰঙণি কি, সেই কথা স্পষ্ট হৈ উঠা নাই।

আনহাতে তালুকদাৰে হেম বৰুৱাক এজন কৃতী সংসদী সদস্য ৰূপে চিত্ৰিত কৰাত সফল হৈছে। সংসদত হেম বৰুৱাই প্ৰধানমন্ত্ৰী নেহৰুকো আনকি সময়ে সময়ে কেনেকৈ বিপাঙত পেলাইছিল, তাৰ সৰস চিত্ৰ দাঙি ধৰাত সফল হৈছে। (পৃ: ৪২, ৪৩)

তালুকদাৰে বিষয়ৰ ৰচনাৱলীৰ সতত্তে একোটি পৰিচয় শেষৰ ফালে দাঙি ধৰে। কিন্তু সিবিলাক সমালোচনামূলক নহয়। হেম বৰুৱাৰ ক্ষেত্ৰতো তেওঁৰ ৰচনাৱলীৰ পৰিচয় এটি দিছে; কিন্তু সিবিলাকৰ অসমীয়া সাহিত্যৰ বুৰঞ্জীত স্থান কি বা ইংৰাজী ৰচনাৱলীৰ ক্ষেত্ৰত সেইবিলাকৰ ভাৰতীয় ইংৰাজী সাহিত্যত স্থান কি, তেনে আলোচনা ইয়াত নাই; বা এই ৰচনাৱলীয়ে বিষয়ক কেনে ৰূপত চিহ্নিত কৰিছে তাৰ উল্লেখ নাই।

একে নামৰ নতুন বৰ্দ্ধিত সংস্কৰণ 'হেম বৰুৱা' নামৰ পুথিখনতো অধিক তথ্য সংযোগ আৰু হেম বৰুৱাৰ পত্নী অনু বৰুৱাৰ ৰচনাৱলীৰ পৰিচয়মূলক তালিকা, পুথিৰ শেষত গ্ৰন্থপঞ্জী এখন সন্নিবিষ্ট কৰাৰ বাহিৰে গুণগত উৎকৰ্ষ সাধন কৰা হোৱা নাই।

তালুকদাৰে জীৱনীবিলাকৰ সকল সংগ্ৰহত যথেষ্ট কষ্ট কৰে বা জীৱনীত বিষয়ৰ ঘটনা বাজিৰ চন, তাৰিখ আদিৰ উল্লেখ সততেই কৰে; কিন্তু তেখেতক ঘটনাৰ বা উৎসৰ পৰিচয় পাদটীকা, মন্তব্য আদিৰে যোগেদি সেইবিলাকৰ প্ৰামাণিকতা নিৰূপণ কৰাত সততে সচেষ্ট যেন দেখা নাযায়। কিন্তু সুখৰ বিষয় তেখেত জীৱনীকাৰ হিচাপে শেষৰ কালে এই বিষয়ত বহু পৰিমাণে সচেতন হৈছিল। "কালিৰাম মেধি" নামৰ পুথিত প্ৰায় প্ৰতি পৃষ্ঠাতে কৰা পাদটীকাৰ সংযোগে সেই কথাকে সূচায়।

"প্ৰসন্নলাল" তালুকদাৰৰ এখন গতানুগতিক জীৱনী। "চিৰ-চেনেহী মোৰ ভাষা জননী" অসম সাহিত্য সভাৰ সভাপতিসকলৰ (পদ্মনাথ গোহাঞি বৰুৱাৰ পৰা চৈয়দ আব্দুল মালিকলৈ) আৰু লগতে পৰিশিষ্টত দুজন প্ৰধান সম্পাদক শৰৎচন্দ্ৰ গোস্বামী আৰু হৰিপ্ৰসাদ নেওগৰ জীৱনৰ ভিত্তিত ৰচিত ৰচনাৰ সংকলন। ইয়াত তালুকদাৰে গতানুগতিকতাৰ পৰা আঁতৰি গৈ দুই এখন ৰচনা ব্যক্তিগত জীৱনীমূলক ৰচনাৰ শাৰীলৈ নিবলৈ যত্ন কৰিছে। তথাপি অৱশ্যে অধিকাংশ ৰচনাই গতানুগতিক জীৱন চিত্ৰৰ (life sketch) শাৰীতেই আছে।

তালুকদাৰৰ ভাষাও বহু পৰিমাণে আড়ষ্ট। সেইবাবে তেখেতৰ জীৱনীগ্ৰন্থ সমূহক বহুসময়ত বিষয়ৰ জীৱনৰ ঘটনাৱলীৰ আৰু কাৰ্য্যাৱলীৰ সমলৰ মূল্যবান সংগ্ৰহ হিচাপেহে মাথোন গ্ৰহণ কৰিব লগীয়া হয়।

জীৱনীকাৰ হিচাপে তালুকদাৰৰ বহুক্ষেত্ৰত সাহসৰ অভাৱ যেনো অনুভৱ হয়। কাৰণ তালুকদাৰে বিষয়ক সৰ্ব্বসাধাৰণে যেনেকৈ জানে তেনেভাৱেই অঙ্কণ কৰে। সৰ্ব্বসাধাৰণে নজনা তথ্য তালুকদাৰে উদ্ঘাটন কৰে যদিও, সেই তথ্যৰে বিষয়ক নতুন পোহৰত থিয় কৰোৱাৰ ক্ষমতা বা প্ৰয়াস তালুকদাৰৰ জীৱনীত ধৰা নপৰে।

তালুকদাৰৰ প্ৰকাশিত জীৱনী কেইখনিত বিষয়ক দাঙি ধৰিবলৈ কোনো বিশেষ নতুন পদ্ধতি গ্ৰহণ কৰাৰ প্ৰচেষ্টা দেখা নাযায়। জীৱনীৰ নতুন পদ্ধতি সমূহৰ কোনোটো গ্ৰহণ কৰিবলৈ তালুকদাৰে চেষ্টা কৰিছিল বুলি তেখেতৰ জীৱনীবোৰ পঢ়িলে ধাৰণা নহয়। আটাইকেইখন জীৱনী সাধাৰণ, গতানুগতিক পদ্ধতিত লিখা।

কিন্তু জীৱনীকাৰ হিচাপে তথাপিও নন্দ তালুকদাৰ প্ৰশংসনীয়। কিয়নো অসমীয়া জীৱনীৰ যি পুতৌ লগা অৱস্থা, তালৈ চাই আৰু লৰা-ছোৱালীৰ বাবে বুলি ছাব মৰা অধিকাংশ অসমীয়া সৰু সৰু

জীৱনীৰ তুলনাত, তালুকদাৰৰ ৰচিত জীৱনীকেইখন অকল বৃহৎ আকাৰৰেই নহয়, বহু পৰিমাণৰ তথ্যৰ আৰু গুৰু উদ্দেশ্যৰো। গ্ৰন্থৰ সকল সংগ্ৰহে এইটো নিৰূপণ কৰে যে তেখেতৰ সকল সমূহ প্ৰাথমিক উৎসৰ পৰা সংগ্ৰহ কৰা প্ৰামাণিক। সেই হিচাপে এই বিলাক সকলত চহকী আৰু গৱেষণা গ্ৰন্থ হিচাপে মূল্যবান। আমাৰ অগ্ৰজ কেইজনমান মাত্ৰ জীৱনীৰচকৰ কেইখনমান মাত্ৰ সফল জীৱনীৰ বাহিৰে, পিচৰ চামৰ জীৱনীকাৰৰ ভিতৰত নিষ্ঠা আৰু সৎভাবে এই দিশত একাগ্ৰতাৰে চেষ্টাৰে সেৱা আগবঢ়াইছিল এই তালুকদাৰেই। তেখেত জীৱিত থকা হলে সোনকালেই নিশ্চয় তেখেতৰ পৰা অধিকতৰ সফল জীৱনী অসমীয়া সাহিত্যই উপহাৰ পালেহেঁতেন; অসমীয়া জীৱনী সাহিত্যও বহুপৰিমাণে চহকী হ'ল হেঁতেন। তেখেতৰ মৃত্যু অসমীয়া জীৱনী সাহিত্যৰ বাবে নিঃসন্দেহে অপূৰণীয় ক্ষতি।

× × ×

# নন্দ তালুকদাৰ ঃ এটি শ্ৰদ্ধা তৰ্পণ

তিলক হাজৰিকা।

জীৱনী লিখাটো সহজ; কিন্তু সুখপাঠ্য জীৱন চৰিত লিখা সহজ কাম নহয়। সেই কাৰণেই বোধহয় যিকোনো ভাষাতে জীৱনী সাহিত্যৰ বা জীৱনী সাহিত্যকাৰৰ সংখ্যা অপেক্ষাকৃত কম হয়। কৰ্মই যিদৰে জীৱন, সেইদৰে সময়ো জীৱন। এজন প্ৰকৃত অনুসন্ধিৎসু জীৱনীকাৰে কোনো ব্যক্তিৰ জীৱনৰ অনুসন্ধান কৰোতে তেওঁৰ সমকালীন সমগ্ৰ সময়কো সাৱধানে অনুসৰণ কৰে আৰু জীৱনী বীক্ষাৰ বিশ্লেষণ কৰে। নন্দ তালুকদাৰ এজন তেনেকুৱা গুৰু ভাৰৰ জীৱনীকাৰ আছিল। তেওঁ লিখা ব্যক্তিৰ জীৱন চৰিতৰ মাজেৰে ব্যক্তিজনে আকৌ এবাৰ জীৱন পাই উঠিছিল। তেওঁৰ সমকালীন সময়ৰ ইতিহাস, প্ৰজ্ঞা আৰু সংবাদ বৰ গুৰুত্বপূৰ্ণ হৈ ধৰা দিছিল। ব্যক্তিজনৰ বৰগুণি সমষ্টিৰ বাবে মূল্যবান হৈ পৰিছিল নন্দ তালুকদাৰৰ গৱেষণামূলক এটা দৃষ্টিভংগীৰ বাবে। ইত্যাদি বহুবোৰ দিশৰ পৰা নন্দ তালুকদাৰৰ জীৱনী চৰ্চা এটা বৰ বিৰল আৰু গভীৰ নিষ্ঠাৰ সাহিত্য সাধনা আছিল— যিটোৰ উদাহৰণ আমাৰ সাহিত্যত কেৱল তেওঁৰ বাবেই স্বকীয়া হৈ পৰিছিল।

নন্দ তালুকদাৰে এজন সুলেখক জীৱনীকাৰ হিচাপে বহুসংখ্যক কৃতী লোকৰে জীৱনী লিখি গৈছে। আৰু বহুবোৰ লোকৰে লিখাৰ আচনি তেওঁৰ আছিল। অকল কৃতিত্বৰ বিশেষ মাপকাঠিৰে নহয়, বিশেষ কৃতিত্ব বহন নকৰা সকলৰো জীৱন আলেখ্যৰ প্ৰতি সামগ্ৰিক এটা দৃষ্টিভংগী লৈ তেওঁ সৰ্বসাধাৰণ মানুহৰ মাজৰ পৰাও অসংখ্য লোকৰ জীৱন সংবাদৰ টোকা যুগুত কৰিবলৈ কাম হাতত লৈছিল।

এই কাম বৰ কষ্টসাধ্য আৰু ব্যয় সাপেক্ষ আছিল যদিও তেওঁৰ যৎসামান্য আয়ৰ দ্বাৰাই বহন কৰি গৱেষণাকৰ্মীৰ পদ্ধতিৰে তথ্য সংগ্ৰহ কৰিছিল। কেৱল সাহিত্য সংবাদৰ বাবেই এনেকুৱা এটা বাহুল্য চৰ্চাত অগ্ৰসৰ হব পৰাৰ আগ্ৰহ আৰু নিষ্ঠা নন্দ তালুকদাৰৰ আগতে আনে দেখুৱাই যোৱা নাই।

বুৰঞ্জীবিদ বেণুধৰ শৰ্মায়ো গোটেইখন ভ্ৰমি ফুৰিছিল বুৰঞ্জীৰ সমল বিচাৰি আৰু বুৰঞ্জীৰ সঠিক ব্যাখ্যা কৰি। তেওঁৰ কাণ দুখন আৰু মনটো ইমান সজাগ আৰু শানত দিয়া আছিল যে কোনো আচহুৱা ঠাইৰ মানুহৰ একেটা শব্দয়ো তেওঁৰ বুৰঞ্জীৰ চেতনাত খিটিংকৈ ঢৌ তুলিছিল। তেওঁ টোকোৰা বাঁহৰ ফুটাৰ মাজত বুৰঞ্জীৰ অনুসন্ধান কৰিছিল। একেদৰে নন্দ তালুকদাৰেও তেওঁৰ চকু, কাণ আৰু মনক প্ৰশিক্ষিত কৰি তুলিছিল সাহিত্যৰ সংবাদ সন্ধানত। তেৱো টোকোৰা বাঁহৰ ফুটা গোটাই লওঁতে যি এটা বৃহৎ জাতীয় সম্পত্তি গঢ়ি তুলিলে, সেইটোৱেই তেওঁক জাতিৰ ওচৰত ঋণী কৰি ৰাখিবলৈ আৰু তেওঁক স্মৰণীয় কৰি ৰাখিবলৈ যথেষ্ট। নন্দ তালুকদাৰৰ ব্যক্তিগত পুথিভঁৰালটো, অকল পুথিভঁৰালেই নহয়, এটা বহুমূলীয়া দুষ্প্ৰাপ্য আৰু পুৰণি পুথি পাজিৰ গৱেষণাগাৰিক গ্ৰন্থাগাৰো।

অসমত আনুষ্ঠানিক আৰু ব্যক্তিগত, চৰকাৰী বা বেচৰকাৰী কেবাটাও পুথিভঁৰাল নিশ্চয় আছে। কিন্তু গুৱাহাটীৰ দৰে এখন নগৰৰ পণ্ডিত মণ্ডলীয়ে গৱেষণাৰ বাবে বা অধ্যয়ন-প্ৰসঙ্গৰ বাবে নিৰুপায় হৈ নন্দ তালুকদাৰৰ গ্ৰন্থাগাৰৰ ওচৰ চাপিব লাগে। এইটোৱেই নন্দ তালুকদাৰৰ সংগ্ৰহক আৰু সংৰক্ষকৰ এটা যৌক্তিক পৰিচয় সম্পূৰ্ণভাৱে দাঙি ধৰে। নন্দ তালুকদাৰ মহৎ আছিল এই কাৰণেই যে তেওঁ নিৰৱে কৰি যোৱা জ্ঞান সাধনাৰ দ্বাৰা পৰৱৰ্তীৰ অনুগ্ৰহত লাভ কৰিবলৈ সক্ষম হোৱা এই অমূল্য গ্ৰন্থাগাৰটো জাতিৰ

হাবেই কৰিছিল আৰু সেই কথা তেওঁৰ জীৱন কালতে সবিনয়ে ব্যক্ত কৰিছিল। এই গ্ৰন্থাগাৰ ভালেমান গৱেষক পণ্ডিতৰ অধ্যয়ন গৱেষণাৰ ব্যৱহাৰৰ বাবে দি তেওঁ সেই আদৰ্শৰ নিবন্ন ৰূপদানৰ প্ৰমাণো দি গৈছে।

বহুতেই পঢ়া শুনা কৰে, কিন্তু বাহুল্য সাহিত্য-সংবাদ আৰু প্ৰসঙ্গ সঙ্গতি নখদৰ্পনত থকা লোক হয়তো বৰ বেছি নহয়। নন্দ তালুকদাৰে সেই অভাৱ পূৰণ কৰিব পাৰিছিল। পাণ্ডিত্যাভিমানৰ পৰা তেনেই দূৰত, নিৰহংকাৰ, জ্ঞান-পিপাসু আৰু প্ৰচাৰ বিমুখ এই তড়িৎকৰ্মা ডেকা মানুহজনে লাগ বলিলেই তত্তালিকে যুগুতাই দিব পৰা তথ্য সম্ভাৰ আৰু একেদৰেই লিখি উলিয়াব পৰা একোটা সুখপাঠ্য ৰচনাৰে নিজকে এজন সুদক্ষ সাংবাদিকৰ শাৰীত প্ৰতিষ্ঠা কৰিব পাৰিছিল। তেওঁৰ নিয়মিত আৰু সময় উপলক্ষ্যৰ বিশেষ আৰু সুনিৰ্দ্দিষ্ট প্ৰবন্ধ সমূহৰ বাবে তেওঁক বহুতেই সংবাদপত্ৰ আৰু আলোচনীৰ মেজৰ মানুহ বুলিয়ে গণ্য আৰু মান্য কৰিছিল। সম্ভৱ তেওঁৰ জীৱনৰ সাহিত্য কৰ্ম এদিন তেওঁৰ অতি প্ৰিয় কাকত "অসম বাণী"তে আৰম্ভ হৈছিল তেওঁৰ বাল্য কালত। তেওঁ কাকতখনৰ লগত অঙ্গাঙ্গীনভাৱে জড়িত হৈ আছিল— মৃত্যু পৰ্য্যন্ত। তেওঁ কাকতখনৰ মেজৰ মানুহ নাছিল সচা, কিন্তু কাকতখনৰ লগত তেওঁৰ সম্পৰ্ক আৰু তেওঁৰ কাকতখনৰ প্ৰতি অৱদান আছিল তাতোকৈও বহুত বেছি। ×

# অধ্যাপক নন্দ তালুকদাৰক

শ্ৰীনাৰায়ণ বৰপূজাৰী।

যোৱা ২৬ ফেব্ৰুৱাৰী (১৯৮৩) কাল সন্ধিয়া গুৱাহাটীৰ ৰাজপথত স্কুটাৰ দুৰ্ঘটনাত পতিত হৈ মাত্ৰ আঠেকুৰি বছৰ বয়সত অপ্ৰত্যাশিতভাৱে আৰু আকস্মিকভাৱে মৃত্যু বৰণ কৰা অধ্যাপক নন্দ তালুকদাৰক তেখেতৰ ঘনিষ্ঠ বন্ধুবান্ধৱ সকলৰ বাহিৰে অসমৰ ৰাইজে ভালকৈ চিনিকি নাপালে বুলি মোৰ সন্দেহ হয়। একেধাৰে শিক্ষাবিদ, জীৱনীকাৰ, প্ৰবন্ধকাৰ, সমালোচক আৰু গৱেষক অধ্যাপক তালুকদাৰ আছিল ব্যক্তিগত প্ৰচাৰৰ প্ৰতি একেবাৰে উদাসীন। ব্যক্তিৰ গুণগ্ৰাহিতা আছিল তেখেতৰ চৰিত্ৰৰ উজ্জ্বল মুকুতা। নিজলৈ অকণো নেভাবি নামী অনামী শ শ ব্যক্তিৰ জীৱনী লিখি, জীৱনৰ কৰ্মকাণ্ড আলোচনা কৰি তেখেতে সেইবিলাকক মহৎ কৰি থৈ গ'ল। মানুহৰ ক্ষুদ্ৰ গুণক আৰু বৃহৎকৈ নিৰীক্ষণ কৰাই আছিল তেখেতৰ স্বভাৱ। অসমীয়া সাহিত্যৰ আন এজনা জীৱনীকাৰ অধ্যাপক শ্ৰীডিম্বেশ্বৰ দয়াল শৰ্মাই যোৱা ৯ মাৰ্চৰ (১৯৮৩) সাদিনীয়া জনমভূমিত তালুকদাৰদেৱৰ চমু জীৱনটোকা লিখি কৈছিল যে এবাৰ তেওঁ গুৱাহাটীলৈ যাওঁতে কথা সাহিত্যিক অধ্যাপক শ্ৰীযোগেশ দাসক সংগত লৈ তালুকদাৰদেৱৰ পুত্ৰ শৰণীয়াৰ ঘৰলৈ ফুৰিবলৈ গৈছিল। এঘণ্টামান তেখেতে তালুকদাৰদেৱৰ লগত নানা কথা পাতিলে। কথা প্ৰসংগত অধ্যাপক শৰ্মাই সেই সময়ত যোৰহাটত বাস কৰা ৭৪ বছৰ বয়সীয়া ককা নীলমণি ফুকনৰ চাৰিত্ৰিক বৈশিষ্ট্যৰ বিষয়ে দুই এটা কথা ক'লে। গ'ল কথা বাঢ়িল। [illegible] নিজত

দেখা গ'ল— তালুকদাৰদেৱে শৰ্ম্মাদেৱৰ কথা কেইটাৰ ওপৰতে ভেটি কৰি ককাৰ বিষয়ে এটা বিয়াগোম জীৱনী প্ৰবন্ধ ৰচনা কৰি কাকতত প্ৰকাশ কৰিলে। শৰ্ম্মাদেৱে বিস্ময় মানিলে।

সেয়েহে, তালুকদাৰ দেৱৰ মহাপ্ৰয়াণৰ পিচত একেটা কথাই বাৰে বাৰে মনলৈ আহিছে— যে শ শ ব্যক্তিৰ জীৱনী লিখি তালুকদাৰদেৱে তেওঁলোকক মহৎ কৰি থৈ গ'ল। কিন্তু তেখেতৰ জীৱনী এতিয়া লিখে কোনে? বিশদ সমলেই বা আছে কাৰ হাতত? কিন্তু তালুকদাৰদেৱে সৰু বৰ সকলো অসমীয়া সাহিত্যিক মনীষীৰে জীৱন টোকা লাগ বুলিলেই পোৱাকৈ মজুত কৰি ৰাখিছিল। ই আছিল তেখেতৰ এটা প্ৰিয় সাহিত্যিক কৰ্ম্ম (*Hobby*)। সেই টোকা সমূহৰ পৰা তেখেতে থাওকতে জীৱনী একোটা লিখি উলিয়াব পাৰিছিল।

কথা প্ৰসঙ্গত কথা এটা মনলৈ আহিছে। কেইবছৰমান আগতে অপ্ৰত্যাশিতভাৱে তালুকদাৰ দেৱৰ পৰা দীঘল কাগজ এখিলা মোলৈ আহিছিল। তাত ব্যক্তিৰ জীৱন সম্পৰ্কীয় বাৰটামান প্ৰশ্ন দিয়া আছে। সেই প্ৰশ্ন কেইটাৰ সঠিক উত্তৰ পালে তাৰ পৰা উত্তৰ দাতা জনৰ চমু জীৱনী এটা লিখি উলিয়াব পৰা হয়। মই সেই প্ৰশ্নসমূহৰ যথাযথ উত্তৰ তেখেতলৈ ততাতয়াকৈ পঠাই তেখেতক অনুগৃহীত কৰিব লাগে। মই কথাটোৰ ওপৰত গুৰুত্ব নিদিলোঁ। ভাবিলোঁ— "মাহুহজন মই? মোৰ আকৌ জীৱনী। বাদ দিয়া বাদ দিয়া।" প্ৰশ্ন কাকতখিলা ফাইলত ভৰাই মনে মনে বহি থাকিলোঁ। পিচৰ বেলি সাহিত্য সভাত তালুকদাৰদেৱে মোক লগ পায়েই খপহকৈ কলে: "বৰপূজাৰী! মই আপোনাক বেয়া পাই আছোঁ।" মই কথাটো একেবাৰে পাহৰি আছিলো। বিস্মিত হৈ বেয়া পোৱাৰ কাৰণ কি বিনীতভাৱে জিজ্ঞাসা কৰাত তেখেতে সুধিলে, "আপুনি মোৰ পৰা কাগজ এখিলা পোৱা নাছিলনে?"

মই পাইছিলোঁ। বুলি কোৱাত তেখেতে পুনৰ সুধিলে: "তেনেহলে উত্তৰ নিদিলে কিয়?" মই কথাটোৰ ওপৰত গুৰুত্ব দিবলৈ নহল বুলি কোৱাত তেখেতে আপ্‌চোচৰ সুৰত কলে: "মই কিন্তু যথেষ্ট গুৰুত্ব দিয়ে কাগজখন আপোনালৈ পঠাইছিলোঁ। বিহক কাগজখন যদি আছে তেনেহলে আপুনি এইবাৰ গৈয়েই পূৰ কৰি মোলৈ ঘূৰাই পঠাব। নাই যদি মোলৈ লিখিব, মই আৰু এখন কাগজ পঠিয়াই দিম।" মই একো কৰবলৈ নৌপাওঁতেই, পিচ মুহূৰ্ততে মোৰ সোঁ-হাতখন তেখেতৰ দুই হাতৰ মুঠিত লৈ আবেগেৰে কলে: বেয়া নেপাব দেউ বৰপূজাৰী। আপুনি মোৰ কালৰ পৰা কথাটো চিন্তা কৰি চাব। অসমৰ সকলো সাহিত্যিকেই মোৰ প্ৰাণতকৈও আপোন। তেওঁলোকৰ জীৱনৰ বিষয়ে জানি, বুজি লিখি মই বৰ ভাল পাওঁ। সেয়ে চৰায়ে কুটা গোটোৱাৰ দৰে মই এইবোৰ সংগ্ৰহ কৰি ৰাখোঁ। এইবাৰ পঠাব দেই।" মই আৰু মুখেৰে মাতিব নোৱাৰিলোঁ। তেখেতৰ প্ৰতি অপৰিসীম শ্ৰদ্ধাত মোৰ শিৰ দোঁ খাই গ'ল।

এই গৰাকীয়েই আছিল অধ্যাপক নন্দ তালুকদাৰ। তেখেতক মই বহুবাৰ লগ পাইছোঁ। কেতিয়াবা পাইছো গুৱাহাটীৰ ৰাস্তাৰ ফুটপাথত। ওখকৈ লাহী দেহেৰে, বগা চুৰিয়া পাঞ্জাবী আৰু কলা কাবুলী চেণ্ডেল পিন্ধা, হাতত এটা ছাতি। কেতিয়াবা মেলা, কতিয়াবা জপোৱা— তালুকদাৰদেৱে বেগাই বাট বুলিছে। ওঁঠত মিচিকীয়া হাঁহি। চকু দুটা তীব্ৰ। হলেও যেন এজন অতি সাধাৰণ মানুহ তেতিয়া বুজিব নোৱাৰি যে এই মানুহ গৰাকী অতি প্ৰতিভাধৰ। বিশাল জ্ঞানৰ অধিকাৰী।

কেতিয়াবা পাইছোঁ অসম সাহিত্য সভাৰ বিশাল জন-অৰণ্যৰ মাজত। সভাত বক্তৃতা দিয়া হলে কেতিয়াও শুনা নাই। সভাৰ মঞ্চ সবিস্তৃত বক্তৃতা দিয়াটো তেখেতে সিমান পছন্দ নকৰিছিল। তেখেত আছিল মেজৰ মানুহ, কাম-টেবুলৰ সহচৰ। কিন্তু সাহিত্য

সভাৰ বিৰাট মণ্ডপৰ সভাপতিৰ মঞ্চৰ দাঁতিৰ কোনো এটা আচু-টীয়া চুকলৈ লক্ষ্য কৰক,— দেখিব কেইজনমান অন্তৰঙ্গ বন্ধুক লগত লৈ নন্দ তালুকদাৰদেৱ তাত বহি আছে। তাত সাহিত্যৰ বিষয়ে সাহিত্যিকৰ বিষয়ে, চলিত সভাখনৰ গতিবিধিৰ বিষয়ে নানা সৰস আলোচনা, টীকা-টীপ্পনী চলিছে। এইবাৰ কিন্তু তালুকদাৰদেৱ নীৰৱ শ্ৰোতা নহয়, সৰস বক্তা। সামগ্ৰীক ভাৱে আলোচনাত ভাগ লৈ তেখেতে তেখেতৰ বুদ্ধিদীপ্ত মন্তব্য সমূহ দি গৈছে। বন্ধুসকলে তালুকদাৰ দেৱৰ মাতৃ ভাষা উত্তৰ কামৰূপীয়া কথা ভাষাৰেও তেখেতক নানা ধৰণৰ ইতিকিং সূচক প্ৰশ্ন কৰি তেখেতৰ ধৈৰ্য্যৰ পৰীক্ষা কৰিব খুজিছে। তাৰ জোৰাই জোখাই উত্তৰ দি তেখেতে সেই পৰীক্ষাতো উত্তীৰ্ণ হৈছে। মুঠতে, অপূৰ্ব সেই বন্ধু মহলৰ আলোচনা। শুনিলে শুনি থাকিবৰ মন যায়। মন থাকিলে তাৰ পৰা নানা জ্ঞান আহৰণ কৰিব পাৰি। সাহিত্য সভা চলি থকা সময়ত তেনে দলীয় আলোচনা বহুতো হয়। মই সততে তালুকদাৰ দেৱৰ দলৰ লগত বহি আলোচনা শুনিবৰ চেষ্টা কৰোঁ। বৰ ভাল লাগে।

এইখিনিতে আৰু এটা ব্যক্তিগত কথা মনলৈ আহিছে। ১৯৭৯চনত অসম সাহিত্য সভাৰ গুৱাহাটী অধিবেশনৰ সময়ত মই অসম সাহিত্য সভাৰ ইতিবৃত্ত বা বুৰঞ্জী সম্পৰ্কে এটা কিছু দীঘলীয়া প্ৰবন্ধ লিখিছিলোঁ। সেই প্ৰবন্ধটো "দৈনিক অসম"ৰ সাহিত্য সভা সংখ্যাত "অসম সাহিত্য সভাৰ কিছুমান তথ্য" শিৰোনামাৰে প্ৰকাশ পাইছিল। প্ৰবন্ধটো পঢ়ি কোনে কেনে পাইছিল নেজানোঁ। কিন্তু দুগৰাকী সাহিত্যিকৰ পৰা প্ৰবন্ধটোৰ ব্যাপকতা, বিষয়বস্তুৰ গুৰুতা আৰু কাৰ্য্যকাৰিতাৰ বাবে অকুণ্ঠ প্ৰশংসা পাইছিলোঁ। তাৰে এজনে প্ৰশংসা কৰিছিল মোক লগ পাই মৌখিকভাৱে। সেইজন হ'ল অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক অধ্যাপক শ্ৰীদুৰ্গেশ্বৰ শৰ্মা। আনজন হ'ল অধ্যাপক নন্দ তালুকদাৰদেৱ। তেখেতে কাৰ্ড এখনৰে লিখিত

ভাৱে প্ৰৱন্ধটোৰ গৰিমা পাইছিল। গুণীয়েহে গুণীৰ মোল বুজে।

এইজনেই আছিল অধ্যাপক নন্দ তালুকদাৰদেৱ। তেখেতৰ জন্ম হৈছিল ১৯৩২ চনত কামৰূপ জিল্লাৰ নৰভোগ অঞ্চলৰ ভেৰ্‌ভেৰী নামৰ ভিতৰুৱা গাঁৱত। তেখেত আছিল স্ব-প্ৰতিষ্ঠিত ব্যক্তি। দেউতাক মহেন্দ্ৰ নাথ তালুকদাৰৰ অকাল মৃত্যু হোৱাত তেখেতে বিধবা মাক আৰু ভায়েক ভনীয়েকৰে সৈতে অতি কষ্টকৰ অধ্যৱসায়ৰ মাজেৰে নিজৰ ভৱিষ্যত থিয় দিয়ে। এম, এ, পাছ কৰাৰ পিছত তেখেতে এজন নৈষ্ঠিক শিক্ষাবিদ আৰু সাহিত্যিকৰূপে আত্ম প্ৰতিষ্ঠা কৰে। আকস্মিক মৃত্যুৰ সময়লৈকে তেখেত পাণ্ডু কলেজৰ অসমীয়া বিভাগৰ প্ৰবক্তা আছিল। অসম সাহিত্য সভাৰ লগত তেখেত আছিল ঘনিষ্ঠ ভাৱে জড়িত। ১৯৬৬—৭০ চনলৈকে একেবাৰে চাৰিবছৰ কাল তেখেতে বৰ্তমানে সভাৰ সহকাৰী সম্পাদক। ড° নগেন শইকীয়াৰ লগত যুটীয়াভাৱে সভাৰ সহকাৰী সম্পাদকৰ দায়িত্ব বহন কৰিছিল। এই কালছোৱাৰ প্ৰথম তিনি বছৰৰ প্ৰধান সম্পাদক আছিল কৰ্ম-প্ৰাণ হৰি প্ৰসাদ নেওগ ডাঙৰীয়া। এই সময়তে ১৯৬৮ চনত, গোটেই অসম জুৰি আনকি অসমৰ বাহিৰতো, সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম শত-বাৰ্ষিকী উৎসৱ উদযাপিত হৈছিল। নেওগ ডাঙৰীয়াৰ যোগ্য সহকাৰী ৰূপে এই সময়ত তালুকদাৰ দেৱৰ কৰ্ম বিচক্ষণতা বাইজৰ চকুত ধৰা পৰিছিল। এই চাৰিবছৰ কাল তেখেত গুৱাহাটীত অৱস্থিত অসম সাহিত্য সভাৰ "ভগৱতী বৰুৱা ভৱনৰো সঞ্চালক আছিল। এসময়ত তেখেত "অসম লেখক সমবায়"ৰ সম্পাদক আছিল আৰু মৰণলৈকে তেখেত "অসম একাডেমীকৰ কালচাৰেল-বিলেঙুৱেজ"ৰ যুটীয়া সম্পাদকৰ দায়িত্ব বহন কৰিছিল।

তালুকদাৰ দেৱে এক মুহূৰ্ত্ত সময়ো অপচয় নকৰিছিল। অতি কষ্টেৰে নিজৰ সাংসাৰিক খৰচ কৰ্তন কৰিও, তেখেতে ঘৰতে এটি পুথি ভঁৰাল পাতি লৈছিল। তাত সংগৃহীত প্ৰতিখন গ্ৰন্থকে তেখেতে

খৰচি মাৰি অধ্যয়ন কৰিছিল আৰু সম্ভৱস্থলত সেই গ্ৰন্থবোৰৰ ওপৰত একোটি সৰু বৰ প্ৰবন্ধ ৰচনা কৰি বিভিন্ন আলোচনী, স্মৃতিগ্ৰন্থ, বাতৰিকাকত আদিত প্ৰকাশ কৰিছিল। সপ্তাহত অন্ততঃ একোটাকৈ প্ৰবন্ধ লিখাটো তেখেতৰ সজ আছিল। অসমীয়া ভাষাত প্ৰকাশিত প্ৰায় প্ৰতিখন গ্ৰন্থকে তেখেতে নিজৰ পুথিভঁৰালত ৰাখিবলৈ যত্ন কৰিছিল আৰু প্ৰতি বছৰে "বছৰটোৰ সাহিত্য" শীৰ্ষক একোটি দীঘলীয়া প্ৰবন্ধ লিখি প্ৰকাশ কৰিছিল। জীৱনী সাহিত্য ৰচনাৰ ক্ষেত্ৰত অসমীয়া সাহিত্যৰ তেখেত আছিল এজনা একক সাহিত্যিক। অধ্যাপক শ্ৰীডিম্বেশ্বৰ দয়াল শৰ্মাই তেখেতক "জীৱনী সাহিত্যৰ যাদুকৰ" বুলি অভিহিত কৰিছে। সঁচাকৈয়ে এই ক্ষেত্ৰত তেখেত এজনা যাদুকৰেই আছিল। কোনো এজনা গুণী ব্যক্তিৰ মৃত্যুৰ পিচদিনাই মৃতকৰ বিষয়ে এটা সুন্দৰ তথ্য মধুৰ জীৱন আলোচনা ৰচনা কৰিব পৰা বিচক্ষণতা অকল তেখেতৰহে আছিল। এই গুণৰ বাবেই তেখেতৰ ঘনিষ্ঠ বন্ধু মহলত কোনো কোনোৱে তেখেতক "মৃতকৰ সাহিত্যিক" বুলি মৰমৰ উপলুণ্ঠা কৰাও শুনা গৈছিল। অৱশ্যে ইয়াত কাৰো কতো ভুল বুজাবুজিৰ সৃষ্টি নহৈছিল।

অধ্যাপক তালুকদাৰদেৱে ৰচনা আৰু সম্পাদনা কৰা কেইখনমান উল্লেখযোগ্য গ্ৰন্থ হ'ল—(১) কবি আৰু কবিতা, (২) বনফুলৰ কবি যতীন্দ্ৰ নাথ দুৱৰা, (৩) কেম বৰুৱা, (4) কালিৰাম মেধি, (৫) পাৰিজাত হৰণ, (৬) ৰুক্মিণী হৰণ, (৭) অৰ্জুন ভঞ্জন, (৮) বাণী প্ৰতিভা ইত্যাদি। ইয়াৰ উপৰিও ভালে কেইখন গ্ৰন্থৰ সংকলন আৰু সম্পাদনাত তেখেতে উল্লেখযোগ্য অৰিহনা যোগাইছিল। ভালেমান বছৰ একেৰাহে গৱেষণা কৰি তেখেতে অসমীয়া সংবাদ পত্ৰৰ বুৰঞ্জী এখন সম্পূৰ্ণকৈ সংকলন কৰাৰ কাম হাতত লৈছিল। সম্ভৱ ইয়াৰ কিছু অংশহে লিখা হল। এইখিনি বিভিন্ন কাকতে পত্ৰে প্ৰবন্ধকাৰে প্ৰকাশ হোৱা বুলি শুনা যায়। যোৱা ২৫ বছৰ

ধৰি একেলানীয়ে তেখেতে বিভিন্ন কাকত পত্ৰত লিখা বিভিন্ন গুণী লোকৰ জীৱনীসমূহ সংগ্ৰহ কৰি খণ্ড খণ্ডকৈ প্ৰকাশ কৰিলে কেবাখনো মূল্যবান গ্ৰন্থ হব। এই গ্ৰন্থসমূহ হব অসমীয়া জীৱনী সাহিত্যৰ ভঁৰাললৈ আপুৰুগীয়া অৱদান।

১৯৮২ চনৰ এপ্ৰিল মাহৰ দ্বিতীয় পষেকৰ "প্ৰান্তিকত" প্ৰকাশ পোৱা এটা সাক্ষাৎকাৰ মতে অধ্যাপক তালুকদাৰ দেৱৰ ব্যক্তিগত পুথিভঁৰালত ৫/৬শ খনমান আলোচনী/সংবাদপত্ৰ আৰু দহ হেজাৰবো বেছি গ্ৰন্থ নিয়াৰীকৈ সংগৃহীত আৰু সংৰক্ষিত হৈ আছে। ইয়াৰ ভিতৰত ১২০০ শ মান ন-পুৰণি কাব্য, ৬০০ মান নাটক আছে। উনবিংশ শতিকাতে প্ৰকাশিত অসমীয়া আলোচনী, গ্ৰন্থ আদিও ইযাত ভালেখিনি আছে। হাইস্কুলৰ তল শ্ৰেণীত পঢ়ি থকা কালৰে পৰা তেখেতে এই সংগ্ৰহ-কাৰ্য্য আৰম্ভ কৰিছিল। ফলত ই তেখেতৰ এটা অভ্যাসত পৰিণত হৈছিল। উনবিংশ শতিকাৰ গ্ৰন্থ আৰু আলোচনীৰ প্ৰতি তেখেতৰ আগ্ৰহ আছিল প্ৰবল। সেই শতিকাৰ গ্ৰন্থ বা আলোচনী পালেই তেখেত প্ৰতিলিপি কৰি জেৰক্স বা আন উপায়ে ফটো কপি সংগ্ৰহ কৰিবলৈ যত্ন কৰিছিল।

তালুকদাৰ দেৱৰ পুথি ভঁৰালত থকা বিশেষকৈ পুৰণি গ্ৰন্থ আৰু আলোচনী সমূহৰ পৰা আৱশ্যকীয় তথ্য লৈ বহুতো সাংবাদিক, প্ৰবন্ধকাৰ আৰু গবেষক উপকৃত হৈছে। পূৰ্ব্বতে তেখেতে পুথি-পত্ৰ আনক ঘৰলৈ নিবলৈ দি সহায় কৰিছিল। কিন্তু তিক্ত অভিজ্ঞতা লাভৰ পিছত তেখেতে এই নিয়ম বন্ধ কৰিবলৈ বাধ্য হয়। অসম সাহিত্য সভাৰ এগৰাকী বৰেণ্য প্ৰাক্তন সভাপতিয়ে হেনো আঠাৰ বছৰৰ সম্পূৰ্ণ "বামধেনু" খিনি তেখেতৰ পুথিভাঁলৰ পৰা নি ঘূৰাই নিদি হেৰোৱা বুলি কলে। সাহিত্য সভাৰ আন এগৰাকী বিশিষ্ট প্ৰাক্তন সভাপতিয়ে "নতুন প্ৰতিনিধি" নি ঘূৰাই নিদিলে। এগৰাকী বিশিষ্ট অধ্যাপকে সংকলনৰ বাবে পুৰণি "আৱাহন" নি পাতকালি

কম্পোজ কৰিবলৈ দিলে। কম্পোজিটৰে দুটা কলম মাজেৰে কালি দুভাগ কৰিলে পাছত গাঠিব ধন ভাঙি তেখেতে তাক ভালদৰে বন্ধাই লব লগা হ'ল। বীণা বৰুৱাৰ "জীৱনৰ বাটত" খন তেখেতে হেনো দুবাৰো হেৰুৱালে, তৃতীয়বাৰ কিনাখনহে তেওঁৰ হাতত বলগৈ। এবাৰ এগৰাকী গবেষক অধ্যাপকে ৰঘুনাথ চৌধুৰী দেৱে তেখেতক দান কৰা "কেতেকী" (পুৰণি সংস্কৰণ৷ আৰু যতীন্দ্ৰ নাথ দুৱৰাৰ "বনফুল" (প্ৰথম সংস্কৰণ) গবেষণাৰ বাবে লৈ গ'ল। গবেষক গৰাকীয়ে পি এইছ ডি ডিগ্ৰী লাভ কৰিলে। কিতাপ দুখন কিন্তু তেওঁৰ পুথিভঁৰালৈ ঘূৰি নাহিল। এইবোৰ কাৰণতে তেখেতে পাছলৈ তেখেতৰ পুথিভঁৰালৰ পৰা কিতাপ আলোচনী বাহিৰলৈ নিবলৈ দিয়াটো বন্ধ কৰিলে। তেখেতৰ লগত সময় আৰু সুবিধা মিলাই কোনোবা আহিলে পুথিভঁৰালৰ ভিতৰতে তেখেতে কিতাপ পত্ৰ চাবলৈ দিয়াৰ নিয়ম কৰিলে। আনকি পুথি ভঁৰালৰ দুৱাৰত তলা লগাই ছাবি অনবৰতে নিজৰ লগত ৰখাৰ ব্যৱস্থা কৰিলে। অৰ্থাৎ তেখেত ঘৰত থকা সময়তহে আনে কিতাপ / আলোচনী চুব আৰু চাব পাৰিব।

এইদৰে তালুকদাৰ দেৱে তেখেতৰ নিজস্ব পুথি-ভঁৰালটো আতোল-তোলকৈ গঢ়ি তুলিলে। এই পুথি ভঁৰালটো নিসন্দেহে আমাৰ এটা জাতীয় পুথি ভঁৰাল হবৰ যোগ্য। তেখেতৰ বহুমূলীয়া সম্পদটি যদি তেখেতৰ পত্নী আৰু সন্তান সকলে সন্মতি দিয়ে তেনেহলে অসম সাহিত্য সভাই কিম্বা গুৱাহাটী বিশ্ববিদ্যালয়ে তেখেতৰ নামত ভালদৰে সংৰক্ষণ কৰাৰ ব্যৱস্থা কৰিব বুলি আমি কামনা কৰোঁ। অলপতে আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰই এটা বাতৰি প্ৰচাৰ কৰা শুনিও বৰ ভাল পাইছোঁ। সম্ভৱ তালুকদাৰদেৱৰ আদ্য-শ্ৰাদ্ধৰ দিনা তেখে-তৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিবলৈ ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ সভা-পতিত্বত গুৱাহাটীত অনুষ্ঠিত এখন জন সভাই প্ৰস্তাৱ গ্ৰহণ কৰে

যে— তালুকদাৰ দেৱে অসমীয়া ভাষা সাহিত্যলৈ দি থৈ যোৱা বিপুল গৱেষণামূলক সাহিত্যিক অৱদানৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ে তেখেতক মৰণোত্তৰ ভাৱে সাহিত্যৰ ডক্টৰেট উপাধি দিয়াৰ ব্যৱস্থা আনিও এই প্ৰস্তাৱ সৰ্ব্বান্তঃকৰণে সমতি জনাওঁ। ইতিমধ্যে তেখেতক সেই উপাধি দিয়া হৈছেই, সেইবাবে সংশ্লিষ্ট কৰ্তৃপক্ষক ধন্যবাদ জনাইছোঁ।

অধ্যাপক নন্দ তালুকদাৰ দেৱ অমৰ হওক।

# জীৱনী লেখক নন্দ তালুকদাৰ ॥

প্ৰবীৰ চক্ৰৱৰ্ত্তী।

মানুহে যেতিয়া জীৱনৰ বিশেষ এক দিশত খ্যাত হৈ উঠে তেতিয়া সেই ব্যক্তি বিশেষে জন জীৱনত এক স্পষ্ট স্বাক্ষৰ বহন কৰি ভৱিষ্যতৰ বাবে বাটকটীয়া হৈ পৰে আৰু জীৱনৰ বাস্তৱতাক নতুন ৰূপত পৰিচালিত কৰাৰ ইংগিত দিব পাৰে। শিল্পীয়ে হওঁক, সাহিত্যিকে হওঁক, বুৰঞ্জীবিদে হওঁক, গায়কে হওঁক বা জীৱনী লিখকেই হওঁক—সকলোতে তেনে বিশেষ ব্যক্তিয়ে জনসমাজৰ কল্যানৰ বাবে নিজকে উচৰ্গা কৰি এক মহান দিশলৈ উত্তীৰ্ণ হব পাৰে।

আমাৰ এই ক্ষুদ্ৰ নিবন্ধৰ আলোচনা—প্ৰয়াত নন্দ তালুকদাৰৰ সাহিত্য জীৱনৰ বিশেষত্ব সম্পৰ্কে। অসমীয়া ভাষা সাহিত্যত যিটো বিষয়ৰ ওপৰত অভাৱ অনুভৱ কৰা হৈ আছিছিল, সেই বিষয়ৰ ওপৰত সামগ্ৰীক ভাৱে আয়ত্ব কৰি এক আলোক-সন্ধানী দৃষ্টিৰে প্ৰয়াত তালুকদাৰে ভাষা জননীক সেৱা কৰাৰ উপৰিও সাহিত্য সংস্কৃতিলৈ এক অভিনৱত্ব কটিয়াই আনিব পাৰিছিল। জ্ঞাত অজ্ঞাত, খ্যাত অখ্যাত ব্যক্তিৰ জীৱনক লৈ এনে এটা ৰূপত প্ৰয়াত তালুকদাৰে অংকণ কৰিছিল যিটো কাৰণত অসমৰ সকলো ঠাইতে তালুকদাৰৰ নাম জানিব পাৰিছিল। প্ৰয়াত সাহিত্যিক জীৱনী লেখক তালুকদাৰে "মৰা-লেখক" হিচাবেহে আখ্যায়িত হৈছিল আৰু জীৱনৰ শেষ হোৱা কালজিকে বিভিন্নজনৰ ঘটনাবহুল জীৱন সংক্ষিপ্ত ভাৱে সজাই পৰাই, কেতিয়াবা সংক্ষিপ্ত কাহিনীৰ উৎসক বহল ভাৱে ব্যাখ্যা কৰি তাত নতুন মূল্যাংকনৰে প্ৰতিষ্ঠা কৰি থৈ গৈছে। বিভিন্নজনৰ বিনপাজীৰ মাবফৎ সেই কৰ্মবাশিক জনসমাজত নতুন মূল্যাংকনেৰে

কিতাপ আৰু ছপাযন্ত্ৰ” নামৰ প্ৰৱন্ধটিও উচ্চমান বিশিষ্ট আছিল। অনুসন্ধিৎসু এই গৱাকী লেখকে ১৮১৩ চনত প্ৰকাশিত “ধৰ্ম পুস্তক”, ১৮৪৬ চনত প্ৰকাশিত “অৰুনোদয়” আৰু ১৮৮৫ চনত প্ৰকাশিত ‘আসাম বন্ধু’ৰ বেটুপাতৰ আহি ফটোষ্টেত মাধ্যমেৰে প্ৰকাশ কৰি যি অৱদান আগবঢ়ালে সি বাস্তৱিকতে প্ৰয়াত লেখকৰ গভীৰ অনুসন্ধান স্পৃহাৰ পৰিচয় দিয়ে। তেনেধৰণৰ আৰু আন তত্ত্ব বিষয়ক প্ৰৱন্ধ লেখকৰ বহুঠাইত হয়তো সিঁচৰিত হৈ আছে আৰু সেই বিলাকৰ মূল্যায়ন বৰ্ত্তমানে কৰা উচিত হব। কিন্তু অসমত এষাৰ কথা আছে অসমীয়া লেখক শিল্পী, সাহিত্যকৰ মূল্যায়ন জীৱিত কালত কেতিয়াও নহয়, মৃত্যুৰ দুই এবছৰ পাছত হয় আৰু সিও সময়ত নোহোৱা হয়। বিস্মৃতিৰ অতল তলীত সেই স্মৃতি নাইকীয়া হৈ যায়। স্বৰ্গীয় তালুকদাৰ জীৱন কালত জীৱনী সাহিত্যৰ চৰ্চ্চা ইমান ব্যাপক হৈ উঠা স্বত্বেও, আমি অসমীয়া পাঠকে বুবুজিলোঁ— তেখেতৰ গুণ গৰিমা গাবলৈ আমাৰ যেন সময়ে নাই।

১৯৮৩ চনৰ এপ্ৰিল সংখ্যা ‘‘প্ৰকাশ’ আলোচনীত অধ্যাপক লেখক শ্ৰী যোগেশ দাসে “নন্দ তালুকদাৰৰ স্মৃতিত” শীৰ্ষক প্ৰৱন্ধটিৰ মাজেৰে প্ৰয়াত তালুকদাৰৰ কৰ্মমুখী জীৱনৰ কিছু কথাৰ সম্ভেদ দাঙি ধৰিছে। ইয়াৰ বাহিৰেও, ভালেকেইজন লেখকে প্ৰয়াত তালুকদাৰৰ জীৱন বৃত্তৰ নানা কথাৰ জাননী দিছে।

থূলমূলভাৱে প্ৰয়াত তালুকদাৰ সম্বন্ধে যিবিলাক কথা জানিব পৰা গৈছে, সেই বিলাকৰ ভিতৰত প্ৰৱন্ধলেখা, কিতাপ বা গ্ৰন্থৰ পৰিচয় দিয়া, বহুতৰ শ্ৰেষ্ঠ কবিতা, গল্প, প্ৰৱন্ধ নাটক, উপন্যাসৰ থূলমূল আলোচনা আগবঢ়ালেও, অজ্ঞাত বা অখ্যাত ব্যক্তি বিশেষৰ জীৱন বৃত্তক লৈ জীৱনী লেখাত তালুকদাৰৰ যি দক্ষতা আছিল, বৰ্ত্তমান সময়ত তেনে কোনো লেখকৰ হাত নথকা বুলি কলেও বঢ়াই কোৱা নহব। এই প্ৰসংগত উল্লেখ কৰিব পাৰি যে অসমৰ এগৰাকী আগশাৰীৰ সাহিত্যিক-সাংবাদিক—শ্ৰীহোমেন বৰগোহাঞি দেৱে এখন

আলোচনীত কিছুবছৰ আগতে এটা প্ৰবন্ধ লেখিছিল—"অসমীয়া সাহিত্যত জীৱনী সাহিত্যৰ অভাৱ কিয়? সেই প্ৰবন্ধত লেখকে আত্মজীৱনী লেখাৰ পৰা বিৰত থকা আমাৰ শিল্পী সাহিত্যিকে কোনো দিনে কথাটো নাভাবে বুলি উল্লেখ কৰিছিল। কথাবাৰ সত্য। সেয়েহে আন্তৰ্জাতিক খ্যাতি সম্পন্ন মনীষা পণ্ডিত-প্ৰবৰ প্ৰয়াত কৃষ্ণকান্ত সন্দিকৈয়ে আত্ম-জীৱনী নেলেখি শ্ৰদ্ধেয় সাহিত্যিক শ্ৰী আনন্দ চন্দ্ৰ ছাত্তাবৰ দ্বাৰা নিজৰ জীৱনৰ কিছু কথা জানিবলৈ দিছিল। উক্ত কথাৰ ওপৰতে কিজানি ভিত্তি কৰি প্ৰয়াত তালুকদাৰে বিভিন্নজনৰ জীৱনী ৰচনা কৰিছিল। সংগ্ৰহ কৰিছিল। আৰু তথ্য সম্বন্ধ জীৱন কাহিনী সেইজন লোকৰ মৃত্যুৰ পিচ মুহূৰ্ত্তত প্ৰকাশ কৰিছিল।

১৯৮৩ চনৰ মে সংখ্যা "প্ৰকাশ" আলোচনীত স্বৰ্গীয় তালুকদাৰে "চন্দ্ৰকান্ত কলিতা" নামেৰে এটি প্ৰবন্ধ প্ৰকাশ কৰিছিল। "প্ৰকাশ" আলোচনীৰ মতে 'এইটোৱেই তেওঁৰ জীৱন কালত লেখা শেষ প্ৰবন্ধ'।

যি কি নহওঁক, স্বৰ্গীয় তালুকদাৰে লেখা-মেলা কৰাৰ উপৰিও গৱেষণাৰ কাৰণেও ব্যাপক পৰিবেশ গঢ়ি তুলিছিল। সেয়েহে, তেওঁৰ, "আনন্দ ৰাম ঢেকিয়াল ফুকন এণ্ড দি আৰ্লি নাইটিন্থ চেঞ্চুৰী" বেনেচাঁ অৱ আসাম নামৰ গৱেষণাৰ গ্ৰন্থই তেওঁৰ পাণ্ডিত্য স্বীকাৰ কৰি গৈছে। যদিও এই গ্ৰন্থৰ বাবে জীৱিত কালত ডক্টৰেট উপাধিটো নেপালে। মৰণোত্তৰ ভাবেহে অলপতে প্ৰদান কৰা হৈছে।

সুদীৰ্ঘ নহয়—খুব কম দিনৰ ভিতৰতে অসমৰ সাহিত্য জগতত উজ্জ্বল নক্ষত্ৰৰূপে জ্যোতিষ্মান হোৱা প্ৰয়াত তালুকদাৰে তথ্য সংগ্ৰহৰ বাবে দিছিতে দিশাতে ভ্ৰমণ কৰি নিজৰ স্পৃহা জাগ্ৰত কৰি ৰখাটোও তেওঁৰ অনুসন্ধিৎসু মনৰ পৰিচয় দাঙি ধৰে। আনকি নিজৰ অধ্যয়ন কোঠাটোও এটা পূৰ্ণ পৰ্য্যায়ৰ পুথি ভৰাঁল কৰি তুলিছিল। আৱশ্যক হলে যোগ্যজনেও তেওঁৰ পৰা দিহা পৰামৰ্শ লৈছিল।

১৯৮৩ চনৰ ৬ আৰু ৭ আগষ্ট তাৰিখে বজাইগাওঁ চহৰত

অনুষ্ঠিত সাহিত্য সভাৰ সোণালী জয়ন্তী উৎসৱত শাৰীৰিকভাবে উপস্থিত থাকিব নোৱাৰিলে । কিন্তু তেওঁৰ আত্মাই কিজানি উৎসৱত অংশ লৈছিল । অনুষ্ঠানৰ স্মৃতিগ্ৰন্থত প্ৰকাশিত স্বৰ্গীয় তালুকদাৰৰ লেখা এটি চকুত পৰিছে । 'অসম সাহিত্য সভা : চমু পৰিচয় ' সেইবাবে—সাহিত্য সভাৰ দৰে অন্যান্য অনুষ্ঠানতো স্বৰ্গীয় তালুকদাৰৰ সক্ৰিয় অংশ আছিল ।

প্ৰয়াত তালুকদাৰলৈ, অসম চৰকাৰে পোন্ধৰ আগষ্ট স্বাধীনতা দিৱসত (১৯৮৩) অসমীয়া সাহিত্য সংস্কৃতিলৈ অৱদানৰ স্বীকৃতি স্বৰূপে নগদ ৫,০০০/ টকাৰ বঁটা এটা আগবঢ়োৱা বৃত্তি জনা গৈছে ।

এটি মটৰ চাইকেলৰ দুৰ্ঘটনাত পতিত হৈ ৫১ বছৰ বয়সত তালুকদাৰে ইহলীলা সম্বৰণ কৰিলেও তেখেতৰ অমূল্য কীৰ্ত্তিৰাজিৰ কাৰণে চিৰদিন আমাৰ সাহিত্য সমাজত তেওঁ "কৃতি লেখক" হিচাবে স্মৰণীয়হৈ ৰব ।

—x—

# সুসাহিত্যিক নন্দ তালুকদাৰ ঃ এটি স্মৃতি

ড° ভৃগুমোহন গোস্বামী

অকালতে দুৰ্ঘটনাত মৃত্যু বৰণ কৰা নন্দ (মোহন) তালুকদাৰে অসমীয়া সাহিত্যত জীৱনীকাৰ হিচাপে সৰ্বপ্ৰথমে পৰিচিত হোৱাৰ পাচত গৱেষণা আৰু সমালোচনা সাহিত্যতো বিশেষ অৰিহণা যোগাই থৈ গল। ১৮৫৪ শকৰ (১৯৩২ চন) জেঠ মাহৰ ৭ তাৰিখ শনিবাৰে কৃষ্ণ পক্ষৰ দ্বিতীয়া তিথিত কামৰূপ জিলাৰ বৰনগৰৰ ভেৰভেৰী গাঁৱত তালুকদাৰে জন্ম গ্ৰহণ কৰিছিল। তেওঁৰ ১৯৮৩ চন, ২৬ ফেব্ৰুৱাৰী শনিবাৰে মাত্ৰ ৫১ বছৰ বয়সত অকাল মৃত্যু হোৱাত অনেক কামেই আধৰুৱা হৈ ৰ'ল। ২৭ ফেব্ৰুৱাৰীৰ আবেলি ধাৰাসাৰ বৰষুণৰ মাজত নৱগ্ৰহ শ্মশানত চিতাৰ জুই জ্বলি থকা সময়ত ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই মন্তব্য কৰা শুনিছিলোঁ, "আমি এজন নিস্বাৰ্থ সাহিত্যিক হেৰুৱালোঁ।" সাহিত্যাচাৰ্য ৺অতুল চন্দ্ৰ হাজৰিকাক লগ ধৰোতে কৈছিল, "ভাবিছিলো মই মৰিলে এটা আশা লৈ মৰিব পাৰিম, মোৰ জীৱনী নন্দই লিখিব। কিন্তু এতিয়া মইহে নন্দৰ জীৱনী লিখিব লগীয়া হল।" নন্দ তালুকদাৰৰ মাতৃ মোক্ষদা তালুকদাৰক লগ ধৰোতে কান্দি কান্দি কৈছিল, "বুঢ়া কালত মই মৰিব লাগে, মোৰ বাপাহে অকালতে গ'ল। ১২ বছৰ বয়সতে দেউতাক (৺মহেন্দ্ৰ লাল তালুকদাৰ) চুকাল। মই দুখত বান্ধি বান্ধি ডাঙৰ কৰিলোঁ। বাপা এতিয়াও পুথিভঁৰালত সোমাই থকা যেন লাগি আছে।"

তালুকদাৰৰ ব্যক্তিগত পুথিভঁৰালটোৰ মূল্য উল্লেখযোগ্য। ইয়াত অনেক দুষ্প্ৰাপ্য তথ্য আৰু গ্ৰন্থ আছে। মৃত্যুৰ সময়ত তেওঁৰ

যেপত এই পুথিভঁড়ালটোৰ চাবি দুপাতহে আত্মীয় সজ্জনে বিচাৰি পাইছিল। তেওঁৰ পত্নীকো (ইন্দিৰা তালুকদাৰ) পুথিভঁড়ালৰ চাবি দিয়া নাছিল।

তালুকদাৰে ল'বা কালৰ পৰা পইচা পালেই কিতাপ কিনা স্বভাৱ এটা আছিল। পুৰণি আৰু দুষ্প্ৰাপ্য গ্ৰন্থ, আলোচনী, বাতৰি সংগ্ৰহ কৰা তেওঁৰ অন্যতম বৈশিষ্ট্য আছিল।

বাৰ বছৰ বয়সতে পিতৃক হেৰুৱা তালুকদাৰৰ পিতৃ-মাতৃৰ প্ৰতি অগাধ ভক্তি আছিল। তেওঁ দেউতাকৰ চাইকেলখন, ঘড়ীটো, কলমটো মৃত্যুৰ সময়লৈকে ব্যৱহাৰ কৰিছিল। দেউতাকৰ খৰমযোৰ তেওঁ সযত্নে ৰাখিছিল।

তেওঁৰ জীৱনৰ দুটা মহৎ কীৰ্তি মৰণোত্তৰ হিচাপেহে প্ৰকাশ হল। প্ৰথমটো হ'ল তেওঁৰ ডক্টৰেট ডিগ্ৰীৰ খবৰ আৰু দ্বিতীয়টো হ'ল 'সূৰ্য্য কুমাৰ ভূঞা' (১৯৮৪, ৫ জুলাই) গ্ৰন্থ প্ৰকাশ।

লোক-সংস্কৃতিৰ ডয়েন (Doyen) ড° প্ৰফুল্লদত্ত গোস্বামীৰ তত্বাৱধানত 'আনন্দৰাম ঢেকিয়াল ফুকন এণ্ড দি আৰ্লি নাইনটিন্থ চেঞ্চুৰী ৰেনাইচেন্স অৱ আসাম' গৱেষণা গ্ৰন্থ লিখি গুৱাহাটী বিশ্ববিদ্যালয়ত দাখিল কৰি তাৰ মৌখিক পৰীক্ষা নোহোৱাৰ আগতে তেওঁৰ মৃত্যু হয়। তেওঁৰ মৃত্যুৰ পাচত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধিবিদ্যা পৰিষদৰ ৪ এপ্ৰিলৰ (১৯৮৩) সভাত প্ৰয়াত তালুকদাৰক মৰণোত্তৰ ভাৱে ডক্টৰেট ডিগ্ৰী দিয়াৰ সিদ্ধান্ত গ্ৰহণ কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ে এয়ে প্ৰথম বাৰৰ বাবে এনে মৰণোত্তৰ সম্মান যাছে।

তেওঁৰ 'সূৰ্য্য কুমাৰ ভূঞা' গ্ৰন্থখনো প্ৰায় দহ বছৰ কালৰ সাধনাৰ ফল। এই গ্ৰন্থখন তেওঁ আগদিনাখন লিখি শেষ কৰিছিল যদিও ইয়াত দহন পিহন বাকী আছিল। তালুকদাৰে কিতাপখন নিজৰ পৰিকল্পনামতে ড° সূৰ্য্য কুমাৰ ভূঞাৰ কনিষ্ঠ পুত্ৰ শ্ৰীবিজয় কুমাৰ ভূঞাৰ লগত কলিকতালৈ গৈ ছপোৱাৰ চিন্তা কৰিছিল।

সেই মৰ্মে তেওঁৰ মৃত্যুৰ আগদিনা ভূঞাদেৱে কোনো কৰিছিল।

সূৰ্যকুমাৰ ভূঞাৰ জীৱনী ৰচনা কৰিবলৈ যাওতে ড° নন্দ তালুকদাৰে গৱেষণা মূলক ভাৱে সূৰ্য্য কুমাৰ ভূঞাৰ লগত জড়িত হৈ থকা অনুষ্ঠান আৰু ভূঞাৰ কৰ্ম জীৱনৰ আতি গুৰি বিচাৰি, সেইবোৰৰ ইতিহাসো তাত্তি ধৰিছে। অসমৰ শিক্ষা ব্যৱস্থা, অসমৰ প্ৰথম উচ্চ শিক্ষাৰ অনুষ্ঠান কটন কলেজৰ বুৰঞ্জীৰ লগতে অসম ছাত্ৰ সন্মিলন, সাহিত্য সভা, ভাৰতীয় জাতীয় কংগ্ৰেছৰ ইতিহাসো ইয়াৰ মাজত সোমাই আছে। কটন কলেজ আৰু অসমীয়া ভাষা সাহিত্যৰ কথা কবলৈ যাওঁতে অসমীয়া ভাষাই কি ৰূপ লৈ কবি বিশ্ববিদ্যালয়ত অনাৰ্চৰ পাঠ্যক্ৰম হল তাৰো আতি গুৰি বিচাৰ কৰিছে। ড° ভূঞা গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্পেচিয়েল অফিচাৰ হৈ থাকি বিশ্ববিদ্যালয় স্থাপনৰ কামত কিদৰে আত্ম নিয়োগ কৰিছিল সেই কথাৰ আতি গুৰিয়ো ইয়াত আছে। কি দুৰ্যোগ ভেদ কৰি ১৯৪৮ চনত বিশ্ববিদ্যালয় স্থাপন হবলৈ পালে এই সকলো কথা এই জীৱনীখনতে আছে।

ড° তালুকদাৰে 'সূৰ্য্য কুমাৰ ভূঞা' জীৱনীখন গতানুগতিক জীৱনীতকৈ সুকীয়া ৰূপত লিখি উলিয়াইছিল। ড° ভূঞাৰ সম্বন্ধে ই এখন ইতিহাস স্বৰূপ। ড° প্ৰফুল্লদত্ত গোস্বামীয়ে 'সূৰ্য্য কুমাৰ ভূঞা' গ্ৰন্থৰ আগকথাত লিখিছে—'জাতি হিচাপে আমি অলস, আমি শাৰীৰিক আৰু মানসিক দুয়ো ক্ষেত্ৰতে শ্ৰম কৰিবলৈ অনাগ্ৰহী। আমাৰ মাজত দুই চাৰি কৰ্মী পুৰুষ ওলায় ব্যতিক্ৰমৰূপে, তেওঁলোকৰ কথাও আমি সোনকালে পাহৰি যাওঁ। এনে স্থলত নন্দ তালুকদাৰে ভূঞাৰ কৰ্ম জীৱনৰ যি নথি যুগুত কৰিলে সি প্ৰশংসাৰ যোগ্য।"

ড° তালুকদাৰৰ 'সূৰ্য্য কুমাৰ ভূঞা' গ্ৰন্থৰ আৰ্হিত আমাৰ কেইবা জনো কৃতি সন্তানৰ জীৱনী লিখা এতিয়ালৈ হৈ উঠা নাই। ড° তালুকদাৰে এই জাঁচনি হাতত লৈছিল। তেওঁৰ সেই জাঁচনি পূৰ্ণ কৰিলেহে আমি নন্দ তালুকদাৰৰ স্মৃতি জীয়াই ৰাখিব পাৰিম আৰু তেওঁৰ পৰিশ্ৰমো সাৰ্থক হব।

# নন্দ তালুকদাৰৰ স্মৃতিত

ডঃ বীৰেন্দ্ৰ কুমাৰ তালুকদাৰ

স্বৰ্গীয় নন্দ তালুকদাৰৰ সকলোৱে নাজানিলেও অসমীয়া সাহিত্য সংস্কৃতিৰ লগত সম্পৰ্ক থকা বহুতেই জানে। বিশেষকৈ জীৱনী সাহিত্যিক হিচাবে নন্দৰ নাম স্মৰণীয়। সচাকৈয়ে ১৯৮৩ চনৰ ২৬ ফেব্ৰুৱাৰীৰ সেই কালিকা লগা দিনটোৰ কথা মনত পৰিলে আজিও শোকে আবৰি ধৰে। কেনেকৈযে সেই দুই লগা দুৰ্ঘটনাটো ঘটিবলৈ পালে আৰু কেনেকৈয়ে আমাৰ সকলোৰে মৰমৰ নন্দই 'আমাৰ ঘৰ' এৰি থৈ চিৰ বিদায় ল'লে সেইকথা ভাবিবলৈও টান লাগে। আচলতে কালৰ কুটিল গতিত এনেবোৰ ঘটনা প্ৰায়েই ঘটে আৰু আমি তাক দুখেৰে মানি লব লগাত পৰে। নন্দ তালুকদাৰ আছিল মোৰ খুৰাদেউৰ ল'ৰা। অৰ্থাৎ তেওঁ আছিল মোৰ সৰু ভাই। সৰু কালৰ পৰাই অতি বিনয়ী আৰু কৰ্ম্ম-তৎপৰ হোৱা বাবে নন্দ আছিল সকলোৰে প্ৰিয়পাত্ৰ। কাৰো লগত কোনো দিনে হাই কাজিয়া নকৰা, অথচ সকলোৰে লগত মিলা-প্ৰীতিৰে যিকোনো কামত আগবঢ়াটো আছিল নন্দৰ স্বভাৱৰ বৈশিষ্ট।

বৰ্ত্তমান বৰপেটা জিলাৰ অন্তৰ্গত দমকা চকাবাউসী মৌজাৰ ভেবজেৰী গাওঁত নন্দৰ জন্ম হৈছিল ২১ মে ১৯৩২ চনত সেইসময়ত আমাৰ গাওঁখন পিচপৰা আছিল যদিও নন্দৰ মনটোৱে সদায় আগলৈহে গতি কৰিছিল। তেওঁ ঘৰৰ পৰা কেবামাইলো খোজ কাঢ়ি গৈ সৰভোগত থকা বৰনগৰ জুবোৰাম পাঠক হাইস্কুলত পঢ়ি পিচত গুৱাহাটীৰ সোণাৰাম হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ইয়াৰ পিচত বি, বৰুৱা কলেজৰ পৰা অসমীয়া বিষয়ত সন্মান (Honours) সহ বি, এ পাছ কৰে আৰু পিচত গুৱাহাটী বিশ্ববিদ্যালয়ৰ

পৰা অসমীয়া বিষয়ত এম. এ পাচ কৰে। বিশেষ মন কৰিব লগীয়া কথা হ'ল এই যে হাইস্কুলত পঢ়া দিনৰে পৰা নন্দই সাহিত্য চৰ্চা কৰিবলৈ লয়। আচলতে সাহিত্য চৰ্চাৰ প্ৰতি তেওঁৰ আছিল অগাধ ধাউতি। সেইহিচাবে পঢ়ি থকা সময়ত তেওঁ কলেজ আৰু বিশ্ববিদ্যালয়ৰ আলোচনীৰ সম্পাদকো হৈছিল।

কলেজত পঢ়া দিনবোৰত নিজে কষ্ট কৰি বাঢ়ি বাঢ়ি খাইছিল। অথচ যথেষ্ট টকা পইচা ভাল ভাল কিতাপ, আলোচনী আদি কিনাত খৰচ কৰিছিল। ইয়াৰ উপৰিও স্থানীয় দোকানত নোপোৱা বহুতো কিতাপ পত্ৰ দূৰৰ পৰা ডাকযোগে সংগ্ৰহ কৰি আনিছিল। অৰ্থাৎ ভাল কিতাপ, আলোচনী আদিৰ প্ৰতি তেওঁৰ আছিল অসীম দুৰ্ব্বলতা। ইয়াৰ ফলস্বৰূপে তেওঁৰ ঘৰতে গঢ়ি উঠিছিল এটি সুন্দৰ পুথি ভঁৰাল, যিটো পুথিভড়ালত আজিও বহুত আপুৰুগীয়া কিতাপ, আলোচনী আদি পোৱা যায়। আমি লক্ষ্য কৰিছো বিশ্ববিদ্যালয়ত গবেষণা কৰা বহুতো লোকে নন্দৰ পুথিভড়ালৰ পৰা নিয়া কিতাপ পত্ৰ পঢ়ি যথেষ্ট সহায় পাইছিল। উল্লেখযোগ্য যে অসমৰ বিখ্যাত সাদিনীয়া কাকত 'অসমবাণী' খনৰ আৰম্ভণিৰে অৰ্থাৎ প্ৰথম সংখ্যাৰ পৰা তেওঁ জীৱিত থকা সময়লৈকে ওলোৱা সকলোবোৰ সংখ্যা সংগ্ৰহ কৰি সুন্দৰকৈ বন্ধাই তেওঁৰ পুথিভড়ালত ৰাখিছিল।

অকল সেয়াই নহয়, এনেধৰণৰ বহুতো আলোচনী প্ৰবন্ধ আদি সংগ্ৰহ কৰি আনি পঢ়িছিল। তেওঁ নিজেও নিয়মিত ভাবে প্ৰবন্ধ আদি লিখাৰ উপৰিও কেবাখনো কিতাপ লিখিছিল। আচলতে নন্দ আছিল এজন প্ৰকৃত গবেষক। পাণ্ডু কলেজত অধ্যাপনা কৰি নানা কামৰ মাজেৰে তেওঁ এক বিশেষ বিষয় **Ananda Ram Dhekial Phukan and the early ninteeth century Renissance of Assam.** ওপৰত গবেষণা কৰি তেওঁৰ গবেষণা

পত্ৰ (Tbesis) খন সময়মতে গুৱাহাটী বিশ্ববিদ্যালয়ত দাখিল কৰিছিল। কিন্তু বৰ পৰিতাপৰ কথা যে জীৱিত কালত তেওঁ 'ডক্টৰেট' উপাধি লবলৈ সুবিধা নাপালে। অৱশ্যে গুৱাহাটী বিশ্ববিদ্যালয়ে পোন প্ৰথমবাৰৰ বাবে মৰণোত্তৰ ভাৱে তেওঁক এই উপাধি দান কৰি প্ৰশংসনীয় কাম কৰিছে। ইয়াৰ বাবে আমি সকলোৱে সুখী হৈছো।

নন্দ তালুকদাৰ আজি আমাৰ মাজত নাই। কিন্তু তেওঁৰ গাত থকা গুণবোৰ, বিশেষকৈ সৰল জীৱনবোধৰ মাজেৰে উচ্চ চিন্তা কৰা, নিয়মানুবৰ্ত্তিতা মানি চলা আৰু কৰ্ত্তব্যৰ প্ৰতি সজাগ থকা ইত্যাদিবোৰৰ কথা সদায় আমাৰ মনত থাকিব। সচাকৈয়ে এজন আদৰ্শ শিক্ষক আৰু এজন আদৰ্শ নাগৰিক হিচাপে আমি সকলোৱে নন্দ তালুকদাৰক সোঁৱৰণ কৰিব পাৰো। সেই মানসেৰে আজি আমি তেওঁৰ পবিত্ৰ স্মৃতিত অশ্ৰু অঞ্জলী যাচিছোঁ। ভগবান ওচৰত প্ৰাৰ্থনা যাতে তেওঁৰ আত্মাই সৰগত শান্তি লাভ কৰে।

—×—

# আমাৰ নন্দ তালুকদাৰ

ড° বীৰেন্দ্ৰ নাথ দত্ত।

নন্দ তালুকদাৰৰ স্মৃতি-তৰ্পণ কৰিব খুজিছোঁ কিছু ব্যক্তিগত স্মৃতি-চাৰণাৰে। 'নিজৰ বিষয়ে ক'বলৈ নহয়, নন্দ তালুকদাৰৰ বিষয়ে ক'বলৈ—সুস্পষ্ট দৃষ্টান্তৰ মাজেৰে তেওঁৰ ব্যক্তিগত কিছুমান অনন্য সাধাৰণ দিশ উজ্জ্বল হৈ উঠিব, এই প্ৰত্যাশাৰে।

১৯৫৪-৫৬ চনত আমি বিদ্যালয়ৰ স্নাতকোত্তৰ মহলাৰ ছাত্ৰ থাকোতেই নন্দ তালুকদাৰৰ লগত পৰিচয়। তেতিয়া তেওঁ এজন তৰুণ অথচ সুস্বীকৃত সাহিত্যকৰ্মী। মই তেওঁক 'আপুনি' বোলোঁ। এম্. এ পাছ কৰি ১৯৫৭ চনত যেতিয়া বি বৰুৱা কলেজত যোগ দিলোঁ, তেতিয়া তালুকদাৰ এই কলেজৰ চূড়ান্ত শ্ৰেণীৰ ছাত্ৰ, আন দুজন বন্ধুৰে সৈতে (সেই দুজনৰ লগতো মোৰ সম্পৰ্ক আছিল সমপৰ্য্যায়ৰ) এদিন তালুকদাৰে মোৰ ওচৰত দাবী কৰিলে: "আপুনি এতিয়া আমাৰ 'চাৰ', আমাক 'আপুনি' বুলিব নোৱাৰে, 'তুমি' বুলিব লাগিব।" এই আন্তৰিকতাপূৰ্ণ দাবী মানি লবলৈ বাধ্য হৈছিলোঁ। তেতিয়াৰ পৰা—পিছৰ কালত ৰাজহুৱা জীৱনত সুপ্ৰতিষ্ঠিত হৈও তালুকদাৰে মোৰ লগত কৰা আচৰণত যি ছাত্ৰ-সুলভ বিনয় আৰু সম্ভ্ৰম প্ৰকাশ কৰিছিল, সি মোৰ মনত গভীৰ-ভাৱে ৰেখাপাত কৰিছিল কাৰণ, তালুকদাৰ মোতকৈ বয়সত কণিষ্ঠ নাছিল, সমানতো নাছিলেই। এই সৌজন্যবোধ আৰু ঔচিত্যবোধ আছিল তালুকদাৰৰ সহজাত—মোৰ নিচিনাকৈ তেওঁৰ সংস্পৰ্শলৈ অহা সকলোৱে ইয়াৰ দ্বাৰা আকৃষ্ট হৈছিল।

এবাৰ মই নন্দ তালুকদাৰক 'কাবুলী' বিশেষণ দিছিলোঁ—খং বা বিদ্বেষত নহয়, তেওঁৰ 'অত্যাচাৰৰ বলি' হৈ 'স্নেহমিশ্ৰিত ৰোষ'ত

হাত আছিল তেওঁৰ ঐকান্তিক নিষ্ঠাৰ পৰোক্ষ স্বীকৃতি ।

ষাঠি চনৰ ওচৰা-উচৰি সময়ৰ কথা । মই বি বৰুৱা কলেজত। বন্ধুবৰ ভদ্ৰ বৰাই ছিলঙৰ পৰা 'মৌচুমী' নামৰ এখন আলোচনী উলিয়ায়। এদিন হঠাৎ ছিলঙৰ পৰা নামি আহি মোক দস্তুৰমত জোৰ কৰি মান্তি কৰালে যে এটা সংকটৰ পৰা উদ্ধাৰ কৰিবলৈ 'মৌচুমী'ৰ বাবে ইংৰাজী উপন্যাস এখনৰ অন্ততঃ এটা খণ্ড অনুবাদ কৰি দিম কেইদিনমানৰ ভিতৰত । আলোচনী গুৱাহাটীত ছপা হৈ আছে । এদিনে দুদিনে কেইপিঠিমানকৈ লেখা মোৰ পৰা লৈ যোৱাৰ ভাৰ নন্দ তালুকদাৰৰ । আৰম্ভ হ'ল তালুকদাৰৰ তাগিদা— এদিনে দুদিনে ৰাতিপুৱাই বাৰান্দাত মৃদু অথচ অবিচলিত কণ্ঠস্বৰ— 'চাৰ' । ফলত কিছুদিন সক্ৰিয়া সোনকালে ঘৰ সোমাই কিছু অনুবাদ সাজু কৰি থোৱাটো বাধ্যতামূলক হৈ পৰিল । এদিন সক্ৰিয়া এইদৰে এক বন্ধুক লৰালৰি কৰাৰ কাৰণ ব্যাখ্যা কৰি কলো— যাবই লাগিব, নন্দ কাবুলী ওলাবহি ৰাতিপুৱাতে । কথাষাৰ কৈ শেষ কৰিছোঁনে নাই, পিছফালৰ পৰা নন্দ তালুকদাৰ চাইকেলৰ পৰা মোৰ ওচৰতে নামি মিচিক-মাচাককৈ হাঁহি কলে—'কাইলৈ পুৱা যাম চাৰ।" তেওঁ নিশ্চয় মোৰ কথা শুনিছিল আৰু তেওঁক কাবুলী বোলাৰ তাৎপৰ্য্য বুজি পাই মজা পাইছিল । সঁচাকৈয়ে তালুকদাৰে ঠিকমতে তাগিদা দি মোৰ পৰা লেখা আদায় কৰি প্ৰেছত দিছিল আৰু আলোচনীত লেখা ওলাইছিল । অথচ এই কামটোৰ লগত তেওঁৰ ব্যক্তিগত বৈষয়িক বা অবৈষয়িক কোনো স্বাৰ্থ জড়িত নাছিল । দায়িত্ব এটা গ্ৰহণ কৰিছিল আৰু তাক অকৃত্ৰিম নিষ্ঠাৰে পালন কৰিছিল ।

তালুকদাৰক লৈ গৌৰব অনুভৱ কৰিছিলোঁ। যেতিয়া দেখিছিলোঁ। তেওঁ কাম কৰা কলেজত তেওঁৰ নিষ্ঠাৰ স্বীকৃতি পাইছিল প্ৰায় কিছুদিনৰ বাবে । ১৯৭৭ চনৰ পৰা ১৯৭৯ চনৰ ভিতৰত মই

পাণ্ডু কলেজৰ অধ্যক্ষ হৈ থাকোঁতে তাৰ প্ৰবীণতম কাৰ্য্যালয়—কৰ্মীসকলৰ মুখত শুনিছিলোঁ। এনে ধৰণৰ কথা—"চাৰ, তালুকদাৰ চাৰৰ কথা বেলেগ। বৰষুণ বেয়া, ধুমুহা আহোঁ আহোঁ, ক্লাচ থাকিলে তালুকদাৰ চাৰ উপস্থিত। বাতি ন বজাৰ ক্লাচ, এজন মাত্ৰ ছাত্ৰ, তালুকদাৰ চাৰে পুৰা ক্লাচ কৰিব।"
শুনি মন ভৰি পৈছিল, তালুকদাৰৰ প্ৰতি শ্ৰদ্ধা বাঢ়িছিল। তালুকদাৰৰ এই কৰ্তব্যনিষ্ঠাত যান্ত্ৰিকতা নাছিল, আছিল স্ব-আৰোপিত উচ্চ নৈতিক মানদণ্ড, উচ্চ মূল্যবোধ। কমক শ্ৰেষ্ঠ সেৱাৰ আদৰ্শৰে গ্ৰহণ কৰিছিল।

তালুকদাৰে আমাৰ বহুতকে ব্যক্তিগত ভাবে আৰু জাতিটোকে সমূহীয়া ভাবে ঋণী কৰি থৈ গৈছে।

যোৱা কিছুদিনৰ ভিতৰৰ কথা। অসমৰ চিত্ৰকলা সম্পৰ্কীয় গ্ৰন্থ এখনত ১৯৬১ চনত কলিকতাৰ পৰা ওলোৱা এখন আলোচনীত প্ৰকাশিত এটা প্ৰবন্ধৰ উল্লেখ পালোঁ। প্ৰবন্ধটো পোৱা যায় ক'ত? স্বাভাৱিকতে নন্দ তালুকদাৰক স্মৰণ কৰা হ'ল। টেলিফোনত কথা পাতিলোঁ। আৰু আশা কৰা মতেই আশ্বাস পালোঁ, সোনকালেই প্ৰবন্ধটো মই পোৱাৰ ব্যৱস্থা কৰিব। আৰু সচাঁসচিকৈ কেইদিনমান পিছত প্ৰবন্ধটোৰ নকল এটা মোৰ হাতত পৰিল। নকল কৰোৱা হৈছিল তালুকদাৰৰ পুত্ৰ নে কন্যাৰ হতুৱাই। এয়া এটা বিক্ষিপ্ত উদাহৰণ মাত্ৰ। মোৰ দৰে কত জনে কত বাৰ তালুকদাৰৰ আপুকগীয়া সংগ্ৰহ আৰু আশাতথীয়া সেৱাৰ দ্বাৰা উপকৃত হৈছে। এইদৰে এটা জাতীয় দায়িত্ব তালুকদাৰে নিজৰ হাতত তুলি লৈছিল। অশেষ ত্যাগ, শ্ৰম আৰু ভালপোৱাৰে গঢ়ি তুলিছিল বৰ্তমান আৰু অতীতৰ সুলভ-দুৰ্লভ অসংখ্য আলোচনী, গ্ৰন্থ আৰু নথি পত্ৰেৰে এটা সমৃদ্ধ আৰু প্ৰণালীবদ্ধ গ্ৰন্থাগাৰ। সচাকৈয়ে নন্দ তালুকদাৰ নিজৰ জীৱনকালতে এটা প্ৰতিষ্ঠানত পৰিণত হৈছিল।

এনেকুৱাই আছিল নন্দ তালুকদাৰ মানুহজন। জ্যেষ্ঠ সকলৰ স্নেহ আৰু আস্থাৰ স্থল—'আমাৰ নন্দ', সহকৰ্মী, সহযোগীৰ বিশ্বাস আৰু সৌহাৰ্দ্যৰ পাত্ৰ—'আমাৰ তালুকদাৰ'; ছাত্ৰ-ছাত্ৰী আৰু কণিষ্ঠসকলৰ শ্ৰদ্ধা আৰু প্ৰেৰণাৰ উৎস—'আমাৰ তালুকদাৰ চাৰ' আৰু অসমীয়া জাতীয়-জীৱনৰ অক্লান্ত অকৃত্ৰিম, উৎসৰ্গীকৃত সেৱক-কৰ্মী—'আমাৰ নন্দ তালুকাদাৰ'।

জাতীয় জীৱনত স্বীকৃত আৰু প্ৰতিষ্ঠিত কিমানজন ব্যক্তিৰ বিষয়ে এইদৰে কোৱা যাব পাৰে বাৰু?

তালুকদাৰৰ করুণ মৃত্যুৰ পিছদিনা পুৱা গুৱাহাটী মেডিকেল কলেজৰ প্ৰাঙ্গনত শোকাভিভূত এগৰাকী বয়োবৃদ্ধ বিচক্ষণ ব্যক্তিয়ে কৈছিল, "চকুত ছাঁত মাৰি ধৰা চিকমিকনি হয়তো নাছিল, কিন্তু মাটিত খোপনিটো আছিল পূৰাকৈয়ে।" কিমান সচাঁ কথা। আৰু আজি অসমীয়া জাতিক এই উপকৰা চিকমিকনিতকৈ ভিতৰুৱা খোপনিৰ কিমান প্ৰয়োজন। *

* তালুকদাৰৰ মৃত্যুৰ অলপ দিন পিছতেই গুৱাহাটীৰ পৰা ওলোৱা 'প্ৰতীতি' নামৰ আলোচনীত প্ৰকাশিত এই প্ৰবন্ধটো পুনৰ প্ৰকাশ কৰা হ'ল।—সম্পাদক

# নন্দ তালুকদাৰৰ স্মৃতিত

ড° প্ৰফুল্লদত্ত গোস্বামী

১৯৭৮ চনৰ কথা। পুনাত বহা অখিল ভাৰতীয় লোকসংস্কৃতি সন্মিলনত যোগ দিবলৈ আমি চাৰিজনে একেলগে যাত্ৰা কৰিলোঁ। এই চাৰিজন আছিল ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য, ড° নির্মলপ্ৰভা বৰদলৈ নন্দ তালুকদাৰ আৰু মই। দীঘলীয়া যাত্ৰাত মনৰ মিল থকা যাত্ৰী হলে ভাল। আমাৰ ভিতৰত মই আছিলোঁ বয়সীয়া, বাকী কেইজন হয় ছাত্ৰ নহয় ছাত্ৰতুল্য। মোৰ সা-সুবিধালৈ এওঁলোকে সততে চকু দিছিল। এই বিষয়ৰ আগ বঢ়া আছিল নন্দ তালুকদাৰ। নন্দৰ লগত তেতিয়াৰ পৰা মোৰ সম্পৰ্ক অলপ ঘনিষ্ঠ হয়।

পুনাৰ সভা শেষ হ'লত আমি যাত্ৰা কৰিলোঁ বাঙ্গালোৰলৈ। তাত নন্দ তালুকদাৰৰ লগত থকা বন্ধুতাৰ জোৰত আমি আলহী থাকিবলৈ সুযোগ পালোঁ দাস নামৰ এক ইনজিনিয়াৰৰ ঘৰত। আমি তাত দুৰাতি আছিলোঁ। বাঙ্গালোৰৰ পৰাই আমি বাছেৰে গৈ মহীশূৰৰ চামুণ্ডেশ্বৰী মন্দিৰ, কৃষ্ণৰাজ সাগৰৰ মাজ বাটত পালোঁ টিপু চুলতানৰ সমাধি শ্ৰীৰঙ্গপত্তনম নামে ঠাইত। মনোমোহা বৃন্দাবন উদ্যান আদি চালোগৈ। বাছৰ টিকেট কটা, কলৈ যাব লাগিব কি কৰিব লাগিব সকলোতে নন্দ উৎসাহী। বাঙ্গালোৰৰ পৰা বাছেৰে আমি ভেলোৰৰ মাজেৰে গৈ মাদ্ৰাজ পালোগৈ। মাদ্ৰাজত তেতিয়া যে মাহত অতিশয় গৰম। গৰমৰ কাৰণেই আমি চহৰখনত সৰহ ঘূৰাচকা নকৰিলোঁ। আনহাতে বাছত গৈ আমি কাঞ্চিপুৰম, মহাবলীপুৰম আদি পুৰণি ঠাইৰ মঠ-মন্দিৰ, পুৰণি ভাস্কৰ্য্য আদি চাই আনন্দ লভিলোঁ।

এই দীঘলীয়া ভ্ৰমণটোত নম্ৰ আৰু উৎসাহী নন্দ তালুকদাৰৰ সাহচৰ্য্য আছিল তৃপ্তিদায়ক। ইয়াৰ পিচত নন্দই মোৰ তলত আৰম্ভ কৰিলে গবেষণা। আনন্দৰাম ঢেকিয়াল ফুকনৰ বিষয়ে সমল গোটাবৰ অৰ্থে তেওঁ যিমান কষ্ট কৰিলে সিমান কষ্ট সাধাৰণ গবেষকে নকৰে। অসমৰ বিভিন্ন ঠাইৰ উপৰিও শ্ৰীৰামপুৰ, কলিকতাৰ সাহিত্য পৰিষদৰ পুথিভঁৰাল, নেশ্যনেল লাইব্ৰেৰী আদিলৈ গৈ তেওঁ দুৰ্লভ সমল আহৰণ কৰিলে। তালুকদাৰৰ ইংৰাজী ভাষাৰ জ্ঞান আছিল দুৰ্বল, মই যিমান পাৰোঁ কাট কুট কৰি দিওঁ, কেতিয়াবা বিৰক্ত হৈ টানকৈও কওঁ। নন্দই মান মনে শুনি থাকে আৰু যি দিহা দিওঁ মানিবলৈ যত্ন কৰে। এওঁৰ সততা আৰু আন্তৰিকতাৰ কাৰণেই মই তেওঁক আপোন মানুহৰ দৰে যথাশক্তি সহায় কৰিছিলো। থিচিছ দাখিল কৰা হ'ল, পৰীক্ষকৰ অনুমোদনো আছিল, দুৰ্ভাগ্য বশতঃ ফলাফল ঘোষণা কৰিব পৰাৰ আগেয়ে নন্দ ছাঁতকৈ আমাৰ মাজৰ পৰা অন্তৰ্হিত হ'ল। ডিগ্ৰীটো অৱশ্যে মৃত্যুৰ পিচতহে ঘোষণা কৰা হ'ল।

এই মূল্যবান গবেষণা কৃতি এতিয়া ছপাই উলিয়াব কোনে? এই প্ৰসঙ্গত কথা এটা মনত পৰিছে। গবেষণাৰ কালত নন্দ তালুকদাৰে ঢেকিয়াল ফুকনৰ অসমীয়া ল'ৰাৰ মিত্ৰ'ৰ প্ৰথম সংস্কৰণ পোৱা নাছিল, পাইছিল গুণাভিৰাম বৰুৱাই সম্পাদন কৰি ছপোৱাখন থিচিছ দাখিল কৰাৰ পিচতহে প্ৰথম সংস্কৰণৰ কপি এটা মোৰ হাতলৈ আহে। এই দুষ্প্ৰাপ্য কিতাপখনো ছপাই উলিওৱা দৰ্কাৰ।

পুৰণি আলোচনী, পুৰণি কিতাপ আদিৰ প্ৰতি নন্দৰ আকৰ্ষণ আছিল প্ৰবল। এওঁ পাৰিলে এনে বস্তু সংগ্ৰহ কৰিছিল, ফলত নন্দৰ ভাণ্ডাৰৰ পৰা সময়ত আনে সহায় লাভ কৰিছিল। মই কমলাকান্ত ভট্টাচাৰ্য্যৰ ৰচনাৱলী গোটাবৰ সময়ত এখন ৰচনা নন্দই ৰবপেটাৰ পৰা কপি কৰি আনি মোক দিছিল।

উজ্জ্বল চকুৰে এই ওখ গুৱনী মানুহজনৰ বিয়োগত মই যি বেজাৰ পাইছোঁ সি মোৰ ব্যক্তিগত অনুভূতি। ডাঙৰ কথা, পুৰণি বস্তুৰ মোল বুজা আৰু গুণী মানুহৰ ক্ৰিয়া-কলাপ বৰ্ণনা কৰি তেনে মানুহক জীৱনীৰ মাজেদি জীয়াই ৰাখিবৰ চেষ্টা কৰা লোক নন্দ তালুকদাৰৰ উপৰি আৰু কেইজন আছে? ডঃ নন্দ তালুকদাৰৰ মৃত্যু সেইকাৰণে আমাৰ জাতীয় ক্ষতি।

—×—

# সাহিত্য-প্ৰাণ নন্দক সুঁৱৰিছোঁ

ড° গোলোক চন্দ্ৰ গোস্বামী

আজি নন্দক সুঁৱৰিছোঁ। নন্দৰ স্মৃতি মোৰ অন্তৰত সদায় সজীৱ হৈ আছে, ই চিৰদিন একেদৰেই সমুজ্জ্বল হৈয়ে থাকিব।

নন্দ তালুকদাৰ অসমী আইৰ এজন সুসন্তান, অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ এজন অতি নিষ্ঠাৱান নীৰৱ সাধক। তেওঁক নিঃসন্দেহে অসমীয়া সাহিত্য-প্ৰাণ আখ্যা দিব পাৰি। নন্দৰ পঢ়াশলীয়া ছাত্ৰাৱস্থাতে সাহিত্যৰ প্ৰতি নিচা লাগিছিল। তেতিয়াৰে পৰাই তেওঁ অসমীয়া সাহিত্যৰ পুথি-পাঁজি আৰু আলোচনী আদিৰ সন্ধানত ৰত হৈছিল আৰু সংগৃহীত গ্ৰন্থ অতি সযতনে সংৰক্ষণ কৰিছিল। মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ৰ শিক্ষা-প্ৰশিক্ষাই নন্দৰ সাহিত্য-আকাশৰ পৰিধিও ক্ৰমে বিস্তাৰিত কৰি নিছিল, লগে লগে অসমীয়া ভাষা-সাহিত্যক আপুৰুগীয়া দুষ্প্ৰাপ্য পুথি পাঁজিৰ অন্বেষণ আৰু আহৰণত ততোধিক উৎসাহ-উদ্দীপনা লাভ কৰিছিল। অতি লাগতিয়াল দুষ্প্ৰাপ্য পুথি অসমৰ, ভাৰতৰ আৰু দেশ-বিদেশৰ বিভিন্ন গবেষণা প্ৰতিষ্ঠানৰ সংগ্ৰহালয়ৰ পৰা ফটো কপি বা মাইক্ৰ'ফিল্ম কপি কৰি হ'লেও তেওঁ সংগ্ৰহ কৰিছিল। এনে নিচা আৰু মনোবলৰ কাৰণেই তেওঁক আৰ্থিক বা অন্য কোনো প্ৰকাৰৰ দুৰ্বলতাই কোনো কালে হেঁচা দি ৰাখিব নোৱাৰিছিল। তাকৰীয়া অৰ্থোপাৰ্জনেৰে ঘৰৰ পোহপাল দিও কিতাপ কিনাত তেওঁ কোনো দিনে কৃপণালি নকৰিছিল। আৰু তেনেকৈয়ে অসমীয়া ভাষা-সাহিত্যৰ বহুমূলীয়া পুথি ভৰাঁল এটা নিৰ্মিত হৈছিল। ঘৰ-সংসাৰ চলাই মহাবিদ্যালয়ৰ অধ্যাপনা আৰু অন্যান্য সামাজিক কাম-কাজৰ ব্যস্ততাৰ মাজতে সময় উলিয়াই তেওঁ পুথি ভৰাঁলটোৰ কিতাপ-পত্ৰ

আৰু আলোচনী আদিৰ প্ৰবন্ধ-পাতিৰ বিৱৰণাত্মক টোকাও তৈয়াৰ কৰি ৰাখিছিল। কিবা গল্প, কবিতা, প্ৰবন্ধ কেতিয়া কোন আলোচনীত ওলাইছিল নন্দৰ ওচৰত খবৰ কৰিলেই তাৰ সকলো সম্ভেদ পোৱা গৈছিল। নানাজন গ্ৰন্থকাৰে আনকি নিজৰ গল্প, কবিতা, প্ৰবন্ধ আদিকো প্ৰয়োজনৰ সময়ত নিজৰ হাতত বিচাৰি নাপালে আমাৰ 'আৰ্কিভিষ্ট' নন্দ তালুকদাৰৰ ওচৰ চাপিব লগা হৈছিল।

পুথি-ভঁৰালটোক তেওঁ মন্দিৰৰ দৰে পৱিত্ৰ জ্ঞান কৰি আটোম টোকাৰি কৈ ৰাখিছিল। অসমীয়া কেইবাগৰাকীও বিশিষ্ট সাহিত্যিক আৰু গৱেষকে তেওঁৰ পুথি-ভঁৰালৰ পৰা পুথি ধাৰলৈ নি সেইবোৰ ঘূৰাই দিয়া নাছিল, অথবা হেৰুৱাইছিল। সেই কাৰণে নন্দই অত্যন্ত দুখ পাই অনিচ্ছা স্বত্বেও পিচলৈ কাকো কোনো কিতাপ-পত্ৰ ধাৰলৈ নিদিবলৈ সংকল্প কৰিছিল। সেইবুলি, যাৰ নিতান্ত প্ৰয়োজন, তেওঁ গৈ তেওঁৰ ঘৰতে পঢ়ি টোকা আদি কৰি অনাত অকনো বাধা নাছিল; বৰং তাৰ সকলো সুবিধা তেওঁ কৰি দিছিল। মোৰ মনত আছে, স্নাতকৰ কাব্যপ্ৰভাখনৰ সংকলনৰ সময়ত কেইবাটাও কবিতা আমি সংগ্ৰহ কৰিব পৰা নাছিলোঁ; নন্দই উপযাচি সেইবোৰৰ সংগ্ৰহৰ দায়িত্ব লৈছিল, আৰু নিজৰ সংগ্ৰহৰ পৰাই সেইবোৰ নিজে আৰু তেওঁৰ পুত্ৰৰ হতুৱাই নকল কৰাই যোগান ধৰিছিল।

নন্দ তালুকদাৰ আছিল প্ৰধানতঃ সমালোচক আৰু জীৱনীকাৰ। অসমীয়া সাহিত্যিকাৰ সকলৰ কি পৰলোকগত, কি জীৱিত, সকলো লিখকৰ সকলো তথ্য তেওঁ সংগ্ৰহ কৰি ৰাখিছিল। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ পূজাৰীসকলৰ মৃত্যুৰ লগে লগে, সেয়েহে, নন্দৰ সমালোচনাত্মক জীৱনী আমি সকলোৱে পঢ়িবলৈ পাইছিলোঁ। তেওঁৰ আলোচনাবোৰ যে অতি গভীৰ সমালোচনা মূলক আছিল তেনে নহয়, এইবোৰত তেওঁ পাৰ্য্যমানে তত্ব আৰু তথ্য দাঙি ধৰিবলৈ

চেষ্টা কৰিছিল। নানান তথ্যসমৃদ্ধ আছিল কাৰণেই তেওঁৰ লিখাবোৰে সকলোৰে মনোযোগ আকৰ্ষণ কৰিব পাৰিছিল।

অসমীয়া সাহিত্য সম্পৰ্কীয় তথ্যপাতিৰ তেওঁ ভঁৰাল স্বৰূপ আছিল; প্ৰত্যেক বছৰে গোটেই বছৰটোৰ অসমীয়া সাহিত্যৰ সমীক্ষা আলোচনীৰ পাতত, বিশেষকৈ অসমবাণীত, তেওঁ দাঙি ধৰিব পাৰিছিল। তেওঁৰ এনে আলোচনাৰ পৰা আমি যথেষ্ট উপকৃত হৈছিলোঁহঁক।

১৯৭০ চনৰ পৰা ১৯৮৩ চনলৈকে মাত্ৰ তেৰ বছৰ কালৰ ভিতৰতে আঠখনকৈ পূৰ্ণাঙ্গ জীৱনী আৰু দুখনকৈ বৃহৎ জীৱনীসংগ্ৰহ প্ৰকাশ কৰিব পৰাটো নন্দৰ চৰম অধ্যয়নৰ পৰিচায়ক বুলি স্বীকাৰ কৰিব লাগিব, ই তেওঁৰ এটা ডাঙৰ কৃতিত্ব। এই কালছোৱাৰ ভিতৰতে তিনিগৰাকী কৃতী সাহিত্যিকৰ ৰচনাৱলীও তেওঁ সম্পাদন কৰি উলিয়াইছিল। এইবোৰৰ উপৰিও কেইবাখনো পুৰণি অসমীয়া অঙ্কীয়া নাট আৰু কাব্য তেওঁৰ সুসম্পাদনাত প্ৰকাশ হৈছিল।

তত্বানুসন্ধিৎসু মনটোৱে নন্দক কেতিয়াও জিৰণিকে নিদিছিল। কামৰূপ অনুসন্ধান সমিতি, অসম একাডেমী আৰু অসম সাহিত্য সভাৰ দৰে অনুষ্ঠানৰ গুৰু দায়িত্ব নিয়াৰিকৈ পালন কৰিও সেইবোৰৰ মাজতে সময় উলিয়াই নন্দই গৱেষণাও কৰিছিল। তেওঁৰ গৱেষণাৰ বিষয় আছিল 'আনন্দৰাম ঢেকিয়াল ফুকন আৰু উনবিংশ শতিকাৰ আগভাগত অসমৰ নৱোদয়'। দুৰ্ভাগ্যৰ বিষয়, কৃতিৰে গৱেষণা শেষ কৰি গৱেষণাগ্ৰন্থ বিশ্ববিদ্যালয়ত দাখিল কৰিলে যদিও জীৱিত কালত তেওঁৰ ডিগ্ৰীলাভ সম্ভৱ নহ'ল। নন্দৰ আশাগুধীয়া প্ৰচেষ্টাত স্বীকৃতি স্বৰূপে বিশ্ববিদ্যালয়ে গৱেষণামূলক উচ্চতম পি এইচ. ডি. ডিগ্ৰী মৰণোত্তৰ কালতহে প্ৰদান কৰিব লগা হ'ল! তেওঁ যে অকালতে আমাক সকলোকে ঋণী কৰি এৰি থৈ গুচি গ'ল!

নন্দক মই ছাত্ৰ ৰূপেও পাইছিলোঁ; অসমীয়া ভাষা-সাহিত্যৰ

স্নাতকৰ সন্মান ( বি. এ. অনাৰ্ছ ) আৰু স্নাতকোত্তৰ,—দুয়োটা শ্ৰেণীতে তেওঁ মোৰ এজন অতি মৰমৰ ছাত্ৰ আছিল। ছাত্ৰ হিচাবে নন্দ যে অতি তীক্ষ্ণধী আছিল এনে নহয়। নজনা কথা জানিবলৈ, নুবুজা কথা বুজিবলৈ তেওঁৰ যি অনুসন্ধিৎসা, যি নিষ্ঠা, যি দায়িত্ব বোধ আৰু অধ্যৱসায়, সেয়ে তেওঁক শিক্ষকসকলৰ অতিশয় প্ৰিয় পাত্ৰ কৰি তুলিছিল। নন্দৰ অন্তৰখন আছিল অতি সৰল, অতি উদাৰ। তেওঁৰ এই সৰলতা, উদাৰতা আৰু অন্তৰখোলা হাঁহিয়ে সকলোকে মুগ্ধ কৰিছিল।

নন্দৰ অকাল আৰু আকস্মিক বিয়োগ অসমীয়া ভাষা-সাহিত্যৰ কাৰণে এটা অপূৰণীয় ক্ষতি, আমি তেওঁৰ পৰা আৰু বহুতো আশা কৰিছিলোঁ। অসমীয়া ভাষা-সাহিত্যৰ সেৱাৰ অৰ্থে প্ৰস্তুত কৰা বহু আঁচনি তেওঁৰ অসম্পূৰ্ণ হৈয়ে ৰ'ল তথাপি যিখিনি অৱদান দি গ'ল তাৰ কাৰণেই অসমৰ সুধীসমাজে নন্দক চিৰদিন সুঁৱৰিব লাগিব।

সাহিত্য-প্ৰাণ নন্দ তালুকদাৰৰ কিবা এটা স্থায়ী সোঁৱৰণীৰ ব্যৱস্থা কৰিব পাৰিলে ভাল হয়। তেওঁৰ গুণমুগ্ধ অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি প্ৰেমী বাইজে এনে এজন অক্লান্ত অথচ নীৰৱ নিঃস্বাৰ্থ সাহিত্য সেৱীৰ স্মৃতিৰ হকে অবিহণা যোগাবলৈ কাৰ্পণ্য নকৰিব বুলিয়েই মোৰ একান্ত বিশ্বাস। নন্দৰ আত্মাই আনন্দধামত চিৰশান্তি লাভ কৰক।●

+ + +

# ড° নন্দ তালুকদাৰ: সমাজ বুৰঞ্জীৰ অন্যতম খনিকৰ

শ্ৰীফণী তালুকদাৰ

প্ৰয়াত সাহিত্যিক—সমালোচক অধ্যাপক ড° নন্দ তালুকদাৰৰ কথা মনত পৰিলেই এটি আধৰুৱা জীৱনৰ অনুভূতি মনলৈ আহে। আনহাতে বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰে কৈছিল যে যি ফুলটি নুফুটোতে মাটিত সৰি পৰিল বা যি নদীয়ে মৰুৰ পথত জলধাৰা হেৰুৱাই পেলালে তাৰো সাৰ্থকতা কেতিয়াও হেৰাই নেযায়। কবিৰ আধ্যাত্মিক দৃষ্টিৰে বিশ্বকৰ্ত্তাৰ ওচৰত নিবেদন কৰা এই আকুতিয়ে সৃষ্টিৰ অন্তৰ্নিহিত জীৱন দৰ্শনৰ কথাকে সূচায়। অকল সময়ৰ মাপকাঠিৰে সফলতা বা বিফলতাৰ নিৰ্ণয় হব নোৱাৰে, ধৰ্মৰ প্ৰচেষ্টাৰ মাজতহে মানুহৰ কৃতিত্বৰ অভিলেখ বিচাৰি পোৱা যায়। প্ৰয়াত ড: নন্দ তালুকদাৰৰ অবদানৰ বিচাৰো আমি তেনে দৃষ্টিৰেই কৰিব লাগিব। বৰ্ত্তমান জগতৰ সা-সুবিধা তথা আৰ্থ-সামাজিক ক্ষেত্ৰত পিচপৰা নবনগৰ অঞ্চলৰ এজন সংগ্ৰামী ডেকাই আত্মবিশ্বাস আৰু আত্মপ্ৰচেষ্টাৰ মাজেৰে সাহিত্যিক-সমালোচক হিচাপে সমগ্ৰ অসমতে নিজে প্ৰতিষ্ঠিত হোৱাৰ লগতে অসমীয়া সমাজ তথা সাহিত্য-সংস্কৃতিৰ জগতলৈ যথেষ্ট অৰিহণা যোগাই গ'ল। আঠেকুৰি বছৰৰ দেওনা পাৰ হৈয়েই অভাবনীয় ভাৱে পথ দুৰ্ঘটনাত অকালতে মৰহি যোৱা এই ফুলপাহ,— বাস্তৱ জীৱনৰ মৰুভূমিত সোঁত হেৰুৱাই পেলোৱা এটি উচ্ছ্বল প্ৰবাহ— আমাৰ স্মৃতিৰ মণিকোঠাত সজ্জিত হৈ ৰ'ল। বিশ্বকবিৰ বাণীৰ যেন সাৰ্থকতা বিচাৰি পাওঁ তেনে এগৰাকী ব্যক্তিৰ চমুজীৱন কালত ৰচিত আৰু সম্পাদিত কেইবাখনো পুথিৰ মাজত।

সদা-হাস্যমুখ ড: নন্দ তালুকদাৰৰ সমাজ-সচেতনতাৰ কথা আমি ব্যক্তিগত সান্নিধ্যৰ মাজেৰে গম পাইছিলো। চাইকেলখন লৈ বিশাল

গুৱাহাটীৰ বাটে পথে ঘূৰি ফুৰা বিদ্যোৎসাহী ব্যক্তিজনক লগ পালেই আলোচনাৰ পাতনি মেলিছিল সামাজিক অনুষ্ঠানৰ খাতিৰে নাইবা অসমীয়া সাহিত্য সংস্কৃতিৰ বিষয়ে কি কৰিব পাৰি সেই দৃষ্টিৰে। ডঃ তালুকদাৰে পুৰণি পুথি-পাঁজি, আলোচনী আদি সংগ্ৰহ কৰি ভাল পাইছিল, তেওঁৰ ঘৰত তথ্য-সমৃদ্ধ পুথিভঁৰাল এটি গঢ়ি তুলিছিল। মনত পৰে আমাৰ পৰা অসমীয়া কথাছবিবোৰৰ প্ৰচাৰ পুস্তিকাবোৰ সংগ্ৰহ কৰিছিল। তেওঁ জানিছিল যে এইবোৰ সমাজ বুৰঞ্জীৰ একোখিলা অমূল্য পাত হৈ ৰব। বিশেষকৈ অসমীয়া মানুহৰ স্মৃতি-সঞ্চয়ৰ বাস্তৱ দৃষ্টিভঙ্গী অতি কম। সেয়েহে আজি মাত্ৰ দুকুৰি বছৰৰ আগৰ বিভিন্ন ঘটনাৰাজিৰো সঠিক বিৱৰণ পোৱা নাযায়। অকল কিছুমান ব্যক্তিৰ স্মৃতিৰ ওপৰত নিৰ্ভৰ কৰিতো জাতি এটাৰ সামাজিক-সাংস্কৃতিক উত্থান-পতন আৰু উত্তৰণৰ বাবে চলা অহৰ্নিশ, প্ৰচেষ্টাৰ অভিলেখ উত্তৰ পুৰুষ'লৈ থৈ যাব নোৱাৰি। এই দূৰদৃষ্টি আছিল নন্দ তালুকদাৰৰ, আৰু তেওঁৰ অকাল বিয়োগত সেই দিশৰে অসমে পৰোক্ষভাৱে সমাজবুৰঞ্জী গঢ়োতা ব্যক্তিগৰাকীকে হেৰুৱাই নিঃস্ব অনুভব কৰাটো স্বাভাৱিক।

ডঃ তালুকদাৰে সততে এজন অজলৰ মানুহ হিচাপে মোক বৰনগৰৰ বিভিন্ন বিষয়ৰ ওপৰত আলোকপাত কৰিবলৈ হেচা দিছিল। নিজেও সেই দিশত যোগাই যোৱা বৰঙনিও উল্লেখনীয়। অনুৰোপম হাঁহিমুখীয়া সেই গৰাকী ব্যক্তিক মনত পৰিলেই সেইবোৰ স্মৃতিয়ে জুমুৰি দি ধৰে। ১৯৬২ চনৰ চীনা আক্ৰমণৰ পিচতেই শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰীৰ উদ্যোগত আৰু শ্ৰীৰামপ্ৰসাদ বেজবৰুৱাৰ আন্তৰিক প্ৰচেষ্টাত স্থাপিত অসম লেখক সমবায় নমৰ অনুষ্ঠানটি যেতিয়া বহুবছৰে নিষ্ক্ৰিয় হৈ আছিল, তেতিয়া ডঃ নন্দ তালুকদাৰেই অধ্যাপক যোগেশ দাস, ডঃ হেমন্ত কুমাৰ শৰ্মা আৰু আমাক লৈ পুনৰ জীৱিত কৰি তুলিছিল। লগতে ডঃ বাণীকান্ত কাকতিৰ

আপুৰুগীয়া প্ৰবন্ধ কিছুমানৰ সঙ্কলন এখন উক্ত সমবায় যোগে প্ৰচাৰ কৰি মৃত অনুষ্ঠানটিত কাৰ্য্যত: প্ৰাণ সঞ্চাৰ কৰিছিল।

আমাৰ সমাজ-সংস্কৃতিৰ বুৰঞ্জীৰ তথ্য সংৰক্ষণ, মহৎ লোকৰ জীৱনী সংগ্ৰহ, প্ৰবন্ধ ৰচনা আদি আৱশ্যকীয় ক্ষেত্ৰত সঞ্জীৱনী সুধা ঢলা ব্যক্তি গৰাকীয়ে কিন্তু কৃত কৰ্মৰ কৃতিত্বৰ আনন্দ নিজে উপভোগ কৰাৰ আহৰি নাপালে। তেওঁৰ কেইবাখনো জীৱনীমূলক গ্ৰন্থৰ মাজত শেহতীয়াকৈ সম্পাদিত সূৰ্য্যকুমাৰ ভূঞা নামৰ প্ৰায় চাৰে তিনিশ পৃষ্ঠাৰ সঙ্কলনটি শেষ কৰিও প্ৰকাশ হোৱা দেখিবলৈ নেপালে। পুথিখনৰ বাবে ১৯৮৩ চনৰ ২৫ ফেব্ৰুৱাৰী তাৰিখে নিজে লিখা 'নিবেদন' শীৰ্ষক আগকথাত ডং তালুকদাৰে দুখ কৰিছিল এইবুলি: "বহু বছৰ পৰিভ্ৰমণৰ ফলত জীৱনী এটি লিখি সম্পূৰ্ণ কৰা হ'ল যদিও, এই গ্ৰন্থ ৰচনা কৰি আমি অকনো আনন্দ লাভ কৰা নাই। আনন্দ লাভ কৰিব নোৱাৰাৰ থাই কাৰণ এই গ্ৰন্থ প্ৰকাশ কৰি জননী-স্বৰূপা যি গৰাকীৰ হাতত তুলি দি পৰম সন্তোষ লাভ কৰিবলৈ আকাংখ্যা কৰা হৈছিল, যিজনাই আমাক এই গ্ৰন্থ ৰচনাৰ বাবে প্ৰেৰণা যোগাই পুথিভঁৰালৰ সকলো তথ্যপাতিৰ যোগান ধৰাৰ উপৰিও সুদীৰ্ঘ ছকুৰি ছয় বছৰীয়া বিবাহিত জীৱনৰ অলেখ কাহিনী শুনাইছিল, ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ সেইগৰাকী সুযোগ্যা সহধৰ্মিনী লক্ষেশ্বৰী ভূঞা আজি ইহ সংসাৰত নাই। হয়তো ৺ লক্ষেশ্বৰী ভূঞাৰ জীৱিত অৱস্থাত এই গ্ৰন্থখনি প্ৰকাশ কৰিব পৰা হলে, গ্ৰন্থখনিৰ ৰূপেই সলনি হ লহেঁতেন। তেওঁৰ জীৱদ্দশাত গ্ৰন্থখনি প্ৰকাশ কৰিব নোৱাৰা বাবে আমি দুঃখিত।"

অথচ কালৰ কি ভ্ৰূকুটি, সেই বছৰতে ডঃ তালুকদাৰ নিজেও আঁতৰি যাবলগীয়া হ'ল, আৰু গ্ৰন্থখনিৰ আগকথা লিখা ডঃ প্ৰফুল্ল দত্ত গোস্বামীয়ে এনেদৰে খেদ কৰিলে: জাতি হিচাপে আমি অলস, আমি শাৰীৰিক আৰু মানসিক দুয়োক্ষেত্ৰতে শ্ৰম কৰিবলৈ

অনাগ্ৰহী। আমাৰ যি দুই-চাৰি কৰ্মী পুৰুষ ওলায় ব্যতিক্ৰমৰূপে এওঁলোকৰ কথাও আমি পাহৰি যাওঁ। এনে ক্ষলত নন্দ তালুকদাৰে ভূঞাৰ কৰ্মজীৱনৰ যি নথি যুক্ত কৰিলে সি প্ৰশংসাৰ যোগ্য। ....দুৰ্ভাগ্যৰ বিষয়, কিতাপখন ছপা কৰি উঠাৰ পিছত ডঃ তালুকদাৰ আকস্মিক ভাৱে আমাৰপৰা আঁতৰি গ'ল, তেওঁ তাত বহন-পিহন কৰিবলৈ সুযোগ নাপালে। ”

এনেদৰে ডঃ তালুকদাৰে গৱেষণা কৰি উলিওৱা 'আনন্দৰাম ঢেকিয়াল ফুকন আৰু ঊনৈশ শতিকাৰ আগভাগত অসমত নৱজাগৰণ' শীৰ্ষক তথ্যমূলক গ্ৰন্থখনি গুৱাহাটী বিশ্ববিদ্যালয়ত নিবেদন কৰিও তাৰ ভেটিত লাভকৰা 'ডক্টৰেট ডিগ্ৰী' মৰণোত্তৰ ভাবেহে লাভ কৰিলে। কৃতিত্বৰ এনে আনন্দলাভৰ পৰাও যেন শেষমুহূৰ্তত তেওঁ বঞ্চিত হ'ল।

কিন্তু, তেওঁ নিজে এইবোৰ কৃতিত্ব তথা অৱিহণাৰ পৰা ব্যক্তিগত ভাবে চৰম আনন্দলাভৰ অৱসৰ নেপালেও, সমাজখনৰ বাবে অসমীয়া সাহিত্য-সংস্কৃতিৰ ক্ষিশত যোগোৱা অৱিহণাবোৰ কালজয়ী হ'ব। তেওঁৰ মুখৰ সেই পৰিচিত হাঁহিটিৰ উজ্জ্বল ৰেখাই ভৱিষ্যত পুৰুষৰ সমাজজীৱন কিছুদূৰ হলেও উদ্ভাসিত কৰিব। কৃতজ্ঞ জাতিয়ে এই দিশেৰে প্ৰয়াত ব্যক্তিগৰাকীক সুঁৱৰিব বুলি আমি বিশ্বাস কৰো। আৰু সেই কাৰণেই আমাৰ মনত বিশ্বকবিৰ অমৰ বাণী বাৰে বাৰেপতি প্ৰতিধ্বনিত হৈছে যে,—যি নদীয়ে মৰুপথত সোঁত হেৰুৱালে, সেয়াও নিৰৰ্থক নহয়, হেৰাই নেযায়। স্মৃতিৰ মণিকোঠাতেই নহয়, সমাজ জীৱনৰ উত্তৰণৰ ভেটিতো এনে প্ৰচেষ্টাৰ বৰঙণিৰ স্থিতি সমাধীকৃত হৈ ৰ'ব। নন্দ তালুকদাৰ তাৰ ব্যতিক্ৰম নহয়।

— x —

# নন্দ তালুকদাৰ ঃ স্মৃতি চাৰণ

ডক্টৰ নবীন চন্দ্ৰ শৰ্মা

মানুহ জন্মে, সময়ৰ সোঁতত অজান দেশলৈ গুচি যায়। সংসাৰ নামৰ সাৰ্থকতা প্ৰাণী সবৰ অহা যোৱা ক্ৰিয়াই ৰক্ষা কৰিছে। জন্ম বা মৃত্যু জীৱৰ স্বাভাৱিক পৰিণতি। এইক্ষেত্ৰত কাৰোবাৰ মৃত্যুত দুখ-শোক কৰিবলৈ বিশেষ কাৰণ নাথাকে; কিন্তু স্বদেশ-প্ৰাণ, কবি-সাহিত্যিক শিল্পীৰ অকালীয়, আকস্মিক আৰু অস্বাভাৱিক মৃত্যু দেশবাসীৰ বাবে, জন-গণৰ বাবে শোক দুখৰ কাৰণ হৈ পৰে, কাৰণ তেনে ভাষা-সংস্কৃতি-পূজাৰীৰ বিয়োগে নান্দনিক জগতৰ অশেষ ক্ষতি সাধন কৰে ৺নন্দ তালুকদাৰ তেনে এগৰাকী প্ৰথিতযশা ভাষা সংস্কৃতিৰ পূজাৰী। আঠেকুৰি বছৰ আয়ুস পূৰ্ণ নোহওঁতেই তেওঁ মাটিৰ পৃথিবীৰ মৰম-চেনেহ এৰি, সাহিত্য চৰ্চ্চা পৰিহৰি, প্ৰত্নতত্ত্বৰ বিচাৰ-বিশ্লেষণ পৰিত্যাগ কৰি, সাহিত্য-সংস্কৃতি জগতৰ হীৰা মুকুতা সংগ্ৰহ-সঞ্চয় আৰু সংৰক্ষণ সকলোকে এৰি থৈ তেওঁৰ প্ৰাণ-পখী উৰি গ'ল অজনা-অশুনা দিকচৌ বলৈ। অকল ইমানেই নহয়; স্বাভাৱিক মৃত্যুৰে তেওঁৰ সাৰটি ললেও অলপ সান্ত্বনা লব পাৰি; কিন্তু তেওঁ স্বাভাৱিক মৃত্যুৰ কবাল গ্ৰাসত পৰা নাছিল, ছুৰীৰ প্ৰচণ্ড আঘাতত তেওঁ শেষ নিশ্বাস এৰিবলৈ বাধ্য হ'ল। কলেজৰ পৰা ঘূৰি আহি পৰিয়াল বৰ্গৰ লগত দুপৰীয়াৰ সাজ খোৱাৰ আশা বুকুত লৈ এমুঠি চিৰা-সান্দহ খাই তেওঁ যাত্ৰা কৰিছিল। বাটতে বধি আছিল কালে। কালৰূপী ছুৰি'ৰে তেওঁক অতৰ্কিত ভাবে খুন্দা মাৰি দিলে—ভূপতিত হ'ল তেওঁ। মৰমৰ পত্নী পুত্ৰ আৰু পুত্ৰনীয়া মাতৃকো তেওঁ এবাৰ মাত দিব নোৱাৰিলে। কত

সপোন, কত পৰিকল্পনা, কত আশা-আকাঙ্ক্ষা মূক-নিৰ্বাক হৈ গ'ল। পাক ভৌতিক দেহ পিঞ্জৰাৰ পৰা সুদূৰৰ উদ্দেশ্যে ঘিয়াই ঝিদেহী আত্মা উৰি গ'ল। নিস্সাৰ, নিস্পন্দ, ক্ষিতি-অপ-তেজ-মৰুৎ-ব্যোমেৰে নিৰ্মিত দেহটি নৱগ্ৰহৰ শ্মশানত ছাই হৈ গ'ল। এইদৰে আততায়ীৰ হাতত অৰ্থাৎ মটৰ স্কুটাৰৰ প্ৰচণ্ড আঘাতত আমাৰ সকলোৰে নমস্য, কবি-সাহিত্যিক-ঔপন্যাসিক এম্ ইব্ৰাহিম আলিয়েও মহাকালক সাৱটিবলৈ বাধ্য হৈছিল।

৺ তালুকদাৰ নিজৰ অক্লান্ত আৰু অৰ্থপূৰ্ণ পৰিশ্ৰমৰ বিনিময়ত আত্মপ্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হোৱা লোক। তেওঁ ভালকৈ জানিছিল যে পৰিশ্ৰমৰ মৰ্য্যাদা কোনো দিনে ম্লান নহয়। তেওঁৰ অন্তৰাত্মাই যেন তেওঁক বিৰা ইংগিত দিছিল— জীৱন-বস্তিৰ শলিতা লাহে লাহে কমি আহিছে— কাম কৰা। আঢৈ কুৰি বছৰ তেওঁৰ আয়ুস হৈছিল মাত্ৰ। ২৫/২৭ বছৰত নিশ্চয় এম্ এ পাছ কৰিছিল। মুঠতে ২০-২২ বছৰৰ মধ্যৱৰ্ত্তী কালছোৱাত তেওঁ একুৰি পোন্ধৰখন কিতাপ ৰচনা কৰিছিল। আনন্দৰাম ঢেকিয়াল ফুকন আৰু তেওঁৰ সমসাময়িক কালৰ ওপৰত গৱেষণা কৰি তেওঁ ডক্টৰেট ডিগ্ৰী (Ph. D) লাভ কৰিছিল। অৱশ্যে ডক্টৰেট ডিগ্ৰী আনুষ্ঠানিক ভাৱে লাভ কৰাৰ আনন্দ লাভ কৰিবলৈ নিষ্ঠুৰ কালে তেওঁক সময় নিদিলে।[1] ইয়াৰ উপৰিও বিভিন্ন আলোচনী, দৈনিক,

---

১. মৰণোত্তৰ ডক্টৰেট ডিগ্ৰী। তেওঁৰ থেচিচ খনৰ নাম '*Ananda Ram Dhekial Phukan and Early Ninteenth Century Renaisance in Assam* গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন কলাকৃষ্টি আৰু লোকসংস্কৃতি বিভাগৰ অধ্যক্ষ প্ৰাৰ্থ সুৰুৰী প্ৰফেচৰ ড° প্ৰফুল্লদত্ত গোস্বামীৰ তত্ত্বাৱধানত ৺ তালুকদাৰে গৱেষণা কৰিছিল।

সপ্তাহিক আদি কাকতত, বিভিন্ন আন্তৰ্জাতিক আলোচনা চক্ৰ উপলক্ষে ছপা হোৱা স্ম[illegible]ণিকা [illegible]াদিত তেওঁৰ দ্বাৰা ইংৰাজী আৰু অসমীয়া ভাষাত ৰচিত বিবিধ প্ৰবন্ধ ছপা হৈছে। অসম সাহিত্য সভাৰ অধিৱেশনৰ পূৰে সেই অধিবেশনৰ সভাপতি আৰু সেই বছৰটোত প্ৰকাশিত বিভিন্ন অসমীয়া পুথিৰ ওপৰত তালুকদাৰৰ ৰচনা কৰা কেইবাটিও প্ৰবন্ধ দৈনিক আৰু সপ্তাহিক অসমীয়া কাকতত ছপা হোৱাটো এটা 'ট্ৰেডিচন'ৰ নিচিনাই হৈছিল। দ্বিতীয়তে, বিশিষ্ট লোকৰ মৃত্যুৰ প্ৰসংগত শ্ৰদ্ধা জ্ঞাপন কৰি তেওঁ দৈনিক বা সাদিনীয়া অসমীয়া কাকতত প্ৰবন্ধ লিখিছিল। এনে ধৰণৰ প্ৰবন্ধবোৰ স্মৃতিচাৰণ বৈশিষ্ট্যৰে সমুজ্জ্বল হলেও নিৰপেক্ষতা আৰু মননশীলতাৰো অভাৱ নাই

তালুকদাৰৰ দ্বাৰা সম্পাদিত আৰু সংকলিত গ্ৰন্থসমূহৰ বিষয় আৰু প্ৰকৃতিত বিশেষত্ব বৰ্তমান। বিভিন্ন আলোচনীৰপৰা কনক লাল বৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকন, নবীনচন্দ্ৰ বৰদলৈ আদি বৰণ্যলোকৰ ৰচনা সম্ভাৰ সংগ্ৰহ কৰি পদ্ধতিগতভাৱে সংকলন আৰু সম্পাদন কৰি তালুকদাৰে নিষ্ঠা, পৰিশ্ৰম আৰু স্বদেশ স্বজাতি প্ৰীতিৰ পৰিচয় দিব পাৰিছিল। ইয়াৰ বাহিৰেও তেওঁ 'অচিনা', 'ভিম্বেশ্বৰ নেওগ' স্মৃতিগ্ৰন্থ, অম্বিকাগিৰী ৰায়চৌধুৰী স্মৃতিগ্ৰন্থ, অসম সাহিত্য সভাৰ পঞ্চাশ বছৰ, বৌদ্ধ নীলিমা, মানস প্ৰতিমা, ৰুক্মিণীহৰণ, পাৰিজাত হৰণ, অৰ্জুনভঞ্জন, বৰদলৈ ৰচনাৱলী বিচিত্ৰনাৰায়ণ স্মৃতিগ্ৰন্থ, আনন্দৰাম ঢেকিয়াল ফুকন ৰচনা-সংগ্ৰহ, খটাসুৰ বধ আদি গ্ৰন্থ সম্পাদন কৰিছিল। সম্পাদিত গ্ৰন্থসমূহৰ প্ৰায়বিলাকতে দীৰ্ঘ পৰিসৰ বিশিষ্ট ভূমিকা-টীকা-টিপ্পনী আদি সংযোজিত হোৱাৰ ওপৰিও আন আন প্ৰাসংগিক বিষয়ৰ সন্ধান দিবলৈও চেষ্টা কৰা হৈছে। উদাহৰণ স্বৰূপে আমি 'আনন্দৰাম ঢেকিয়াল ফুকন ৰচনা-সংগ্ৰহ' নামৰ গ্ৰন্থখনিলৈ আঙুলিয়াব পাৰোঁ। এই গ্ৰন্থখনিৰ প্ৰাৰম্ভিনি

সমালেই 'অৰুনোদই'ৰ পাতৰ পৰা সংগ্ৰহ কৰা। ভূমিকাত সম্পাদকে ঢেকিয়াল ফুকনৰ পূৰ্ব পুৰুষ, পিতৃ মাতৃ, জন্ম, শৈশৱকাল, শিক্ষা, বিবাহ, কৰ্ম জীৱন, মিকচ্ ৰাণীৰ লগত সাক্ষাৎ আৰু প্ৰতিবেদন দাখিল, ঢেকিয়াল ফুকনৰ সাহিত্য চৰ্চা, স্বদেশ প্ৰীতি ব্যক্তিত্ব, তেওঁৰ বিভিন্ন ৰচনাৰ বিষয়বস্তুৰ আভাষ প্ৰদান সহিতে সবৰ সমালোচনা, ছপা হোৱা পুথিৰ সাধাৰণ টাইটেলৰ প্ৰতিলিপিৰ ইংগিত আদিৰ বিস্তৃত বৰ্ণন দিয়াৰ উপৰিও গ্ৰন্থ খনিৰ শেষৰ ফালে ঢেকিয়াল ফুকনে ৰচনা কৰা *Note on The Laws of Bengal* গ্ৰন্থৰ *Preface*, ভূমিকা অংশটিৰ সংকেত দিয়াৰ জৰিয়তে বঙলা সমাজ-সংস্কৃতিৰ ওপৰত ঢেকিয়াল ফুকনৰ দখল কিমান গভীৰ আছিল— তাৰ আভাস সাধাৰণ পাঠকেও পাবলৈ সক্ষম হৈছে। ঢেকিয়াল ফুকনৰ দ্বাদশ অধ্যায় বিশিষ্ট এই গ্ৰন্থখনিৰ বিষয়ে আমি বহুতেই একো নাজানো। সম্পাদকে থাউকতে ইয়াৰ সংকেত আমাক দিছে। দ্বিতীয়তে গ্ৰন্থখনিৰ নাম 'ঢেকিয়াল ফুকন ৰচনা সংগ্ৰহ'। গতিকে ঢেকিয়াল ফুকনৰ ৰচনাৱলী,— অসমীয়া-বঙলা বা ইংৰাজী যি ভাষাতেই লিখা নহওক তাত সন্নিবিষ্ট হোৱা বাঞ্ছনীয়। তালুকদাৰে গ্ৰন্থখনিৰ নামাকৰণৰ সাৰ্থকতা ৰক্ষা কৰিবলৈ সাৰ্থক ভাবে চেষ্টা কৰিছে। ইয়াৰ বাহিৰেও গ্ৰন্থখনিৰ শেষ ভাগত ঢেকিয়াল ফুকনৰ জীৱনৰ উল্লেখযোগ্য ঘটনা, তেওঁৰ ৰচনা-সূচী, বিভিন্ন সমালোচক সাহিত্যিক আদিয়ে ঢেকিয়াল ফুকনৰ জীৱন-ব্যক্তিত্ব আৰু ৰচনাৱলিৰ সম্পৰ্কত লিখা বিভিন্ন ৰচনা, ঢেকিয়াল ফুকনৰ বংশৰ লোকসকলৰ সাহিত্য চৰ্চাৰ সংকেত ঢেকিয়াল ফুকনৰ বংশলতা আদিৰ উপস্থাপনে আনন্দৰাম ঢেকিয়াল ফুকন আৰু তেওঁৰ সম-সাময়িক সমাজখনক সামগ্ৰিক ভাৱে বিচাৰ বিশ্লেষণ কৰাৰ প্ৰসংগত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে আৰু ভৱিষ্যতৰ অনুসন্ধিৎসু পণ্ডিত আৰু গৱেষকৰ বাবে প্ৰয়োজনীয় ক্ষেত্ৰ নিৰ্দেশন কৰাবলৈকো সক্ষম

হৈছে। তালুকদাৰৰ অধ্যয়নৰ পৰিসৰ, মূল উপাদানৰ *( Source material )* লগত সুপৰিচয়, প্ৰাথমিক উৎস সন্ধানী বিচাৰ-বিশ্লেষণ আৰু মননশীলতাৰ বাস্তৱ নিদৰ্শন তেওঁৰ শ্ৰেষ্ঠতীয়া নিৰ্মিত 'সূৰ্য্যকুমাৰ ভূঞা' শীৰ্ষক গ্ৰন্থখনি। অসমীয়া জীৱনী সাহিত্যৰ নভোমণ্ডলত এই গ্ৰন্থখনিৰ স্থান নিশ্চিত ভাবে অনন্য। প্ৰকৃত জীৱনী-সাহিত্য ব্যক্তি বিশেষৰ প্ৰশস্তি নহয়, ব্যক্তি বিশেষৰ জীৱনবৃত্তৰ নিৰপেক্ষ বিচাৰ বিশ্লেষণ হে। জীৱনী স্বৰূপাৰ্থত সমাজ-জীৱনৰ মুকুৰ যদিও ব্যক্তি বিশেষ ইয়াৰ অৱলম্বন। 'সূৰ্য্যকুমাৰ ভূঞা' গ্ৰন্থখনিত বিষয়বস্তু উপস্থাপন আৰু বিশ্লেষণৰ প্ৰসংগত ৰচয়িতাই নিয়তভাবে নিৰপেক্ষতা আৰু মননশীলতাৰ প্ৰতি শ্ৰদ্ধাশীল মনোভাব পোষণ কৰিছে। গ্ৰন্থখনিত সূৰ্য্যকুমাৰ ভূঞা, তেওঁৰ পূৰ্বপুৰুষ, ভূঞাদেৱৰ জন্ম-শৈশৱ কাল, শিক্ষা, কৰ্মজীৱন আৰু ভূঞাদেৱৰ লগত সম্পৰ্ক থকা বিভিন্ন অনুষ্ঠান আদিৰ বিশ্লেষণীয় আৰু আকৰ্ষণীয় বৰ্ণনা পৰিবেশন কৰাৰ পৰিপ্ৰেক্ষিতত ভূঞাদেৱৰ সমসাময়িক সমাজ-জীৱনৰ প্ৰতিচ্ছবি প্ৰতিফলন হোৱা দেখা যায়। জীৱনী লিখক এক প্ৰকাৰ সমাজবিজ্ঞানীয়েই। প্ৰকৃত সমাজবিজ্ঞানীয়ে ক্ষেত্ৰৰ পৰা সমল সংগ্ৰহকৰি সমাজ আৰু সমাজৰ বুকুত সংঘটিত বিভিন্ন আচৰণৰ বাঙ্ময় ৰূপ দিয়ে। অন্যহাতে জীৱনী লিখকে ব্যক্তিৰ লগত ওতঃপ্ৰোতঃভাবে জড়িত সমাজ-জীৱনৰ চিত্ৰ আওপকীয়াকৈ প্ৰতীকৰ সহায়ত অংকন কৰে। অন্যহাতে ব্যক্তিৰ বহুবচনেই সমাজ, গতিকে ব্যক্তিৰ বিষয়ে কৰলৈ গলে সমাজৰ বিষয়ে কৰ লগীয়া হয়। তালুকদাৰৰ 'সূৰ্য্যকুমাৰ ভূঞা' অসমীয়া জীৱনী সাহিত্যত বলিষ্ঠ পদক্ষেপ। এইখনি জীৱনী-গ্ৰন্থৰ সমপৰ্য্যায়ৰ আন কেইবাখনিও জীৱনী তালুকদাৰে ৰচনা কৰিছিল : বনফুলৰ কবি দুৰ্গাবৰ, হেম বৰুৱাৰ ব্যক্তিত্ব আৰু প্ৰতিভা, কনকলাল বৰুৱা, কালিৰাম মেধি, হুৰু বৰুৱা, প্ৰসন্ন লাল, সীতানাথ ব্ৰহ্ম চৌধুৰী, বিৰিঞ্চি

কুমাৰ বৰুৱা উল্লেখযোগ্য। শেষৰ খন বৰ্ত্তমানলৈকে পাণ্ডু-লিপি অৱস্থাতে পোহৰৰ মুখ দেখি আছে। তালুকদাৰে অতি কম আয়ুসৰ ভিতৰতে দহখন জীৱনী ৰচনা কৰিছে। আমাৰ বোধেৰে আজিলৈ কোনো অসমীয়া সাহিত্যিকেহে ব্যক্তিগত প্ৰচেষ্টাৰে দহখন জীৱনী প্ৰণয়ন কৰা নাই। নন্দ তালুকদাৰেই একক ব্যক্তি - যি গৰাকী ব্যক্তিয়ে ব্যক্তিগত প্ৰচেষ্টাৰে অসমীয়া ভাষাত সৰ্বাধিক জীৱনী ৰচনা কৰিবলৈ সক্ষম হৈছে। গুণগত আৰু পৰিমাণগত— উভয় দিশৰ ফালৰ পৰা এই জীৱনী কেইখনৰ প্ৰমূল্য অস্বীকাৰ কৰিব নোৱাৰি।

তালুকদাৰ বস্তুবাদী আদৰ্শৰ সম্পূৰ্ণ পৰিপন্থী আছিল— আদৰ্শ আৰু নিষ্ঠা—এই দুয়োটি বিৰল গুণৰ সমাহাৰ তেওঁৰ ব্যক্তিত্ব আৰু কাৰ্য্যাৱলীত স্পষ্ট। সাংস্কৃতিক চেতনাৰে উদ্বুদ্ধ-জাগ্ৰত-অনুপ্ৰাণিত হৈ নিজৰ কষ্টোপাৰ্জিত ধন খৰচ কৰি তেওঁৰ মৃত্যুৰ সময়লৈকে ৰচিত হোৱা অসমীয়া পদ পুথি, গীত নাটক, গল্প উপন্যাস, কাব্য-কবিতা, জীৱনী-আলোচনা, বুৰঞ্জী-ইতিহাস তন্ত্ৰ-মন্ত্ৰ সাধুকথা-গোসাঁই কথা, শিশু সাহিত্য পাঠ্যপুথি, পত্ৰিকা সংবাদ পত্ৰ আদি সংগ্ৰহণ, সঞ্চয়ন আৰু প্ৰণালীবদ্ধভাবে সেইবোৰৰ ৰক্ষণাবেক্ষণ কৰি তালুক দাৰে অসাধাৰণ গ্ৰন্থপ্ৰীতি আৰু অনন্যকৰণীয় সাধনাৰ পৰিচয় দিবলৈ সক্ষম হৈছে। তালুকদাৰৰ গ্ৰন্থাগাৰত সংগৃহীত মূল্যবান অথচ দুষ্প্ৰাপ্য গ্ৰন্থৰ সংখ্যা প্ৰায় বাৰ হাজাৰ। বিভিন্ন পণ্ডিত আৰু গৱেষক এই গ্ৰন্থ থকা আলোচনীৰ দ্বাৰা বিশেষভাৱে উপকৃত হৈ আছিছে।

নন্দ তালুকদাৰৰ জীৱনৰ আদৰ্শ আৰু কৰ্মপ্ৰেৰণাৰ চালক শক্তি আছিল স্বদেশ প্ৰীতি, জাতীয় চৈতন্য আৰু মাতৃভাষাৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধা। সাংস্কৃতিক চেতনা আৰু জাতীয় প্ৰীতি প্ৰকাশৰ বিশিষ্ট মাধ্যম— সমাজ সেৱা। জ্ঞান-চৰ্চা, সাহিত্য-চৰ্চা সমাজ-

সেৱাৰ অন্যতম অংশ। সাংস্কৃতিক পৰিৱেশ অবিহনে জাতীয় সংস্কৃতিৰ বিকাশ হ'ব নোৱাৰে আৰু সাংস্কৃতিক পৰিৱেশ ৰচনাৰ বাবে প্ৰয়োজন অতীত ৰোমন্থন। অতীতৰ প্ৰতি ঐতিহাসিক সজাগতাই পৰম্পৰা। পৰম্পৰাৰ ওপৰতেই প্ৰতিষ্ঠিত হয় অনাগত ভৱিষ্যত। পৰম্পৰাৰ প্ৰতি দেশবাসীক শ্ৰদ্ধাশীল কৰি তুলিব পাৰিলেহে অভীপ্সিত সাংস্কৃতিক পৰিৱেশ ৰচনা হ'ব পাৰে। তালুকদাৰে অভীপ্সিত সাংস্কৃতিক পৰিৱেশ সৃষ্টিৰ বাবেই জীৱনী ৰচনাত একানপতীয়াকৈ মনোনিৱেশ কৰিছিল।

বিৰল আদৰ্শৰ অধিকাৰী, শিক্ষাব্ৰতী, ভাষা-সাহিত্য-সংস্কৃতিৰ একনিষ্ঠ উপাসক নন্দ তালুকদাৰ আমাৰ জাতীয়-জীৱনত জাতীয়-চৈতন্য উদ্বোধক অপ্ৰতিহত আৰু প্ৰভাৱক শক্তি ৰূপে ভাস্বৰ হৈ থাকিব।

জয়তু নন্দ তালুকদাৰ

—×—

# নন্দ তালুকদাৰক সুঁৱৰি

ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য

এবাৰ পুৰণি 'জয়ন্তী'ৰ ( বিহগী কবি ৰঘু চৌধুৰী সম্পাদিত ) এটা সংখ্যা বিচাৰি হাবাথুৰি খাইছিলো। কাৰোবাৰ পৰামৰ্শ মতে উজান বজাৰৰ মেচ এটালৈ গলো। তেতিয়াই নন্দ তালুকদাৰৰ লগত চিনাকি। ধীৰ্-স্থিৰ্ মানুহ। চকু কেইটা আৰু হাঁহিটোৱে কেৱল সচল মানুহটোৰ ভিতৰখন প্ৰকাশ কৰিছিল। মই আলোচনীখন তেওঁৰ তাতে পালো। পুৰণি অসমীয়া কিতাপ আৰু আলোচনী সংগ্ৰহ কৰাৰ অভ্যাস তেওঁৰ তেতিয়াৰ পৰাই আছিল। ছাত্ৰজন এদিন গৃহস্থী হ'ল, পাণ্ডু কলেজত অধ্যাপকৰ পদো পালে। কিন্তু সংগ্ৰহ বৃত্তি পৰিহাৰ নকৰিলে। জাৰ্মান ৰোমান্টিক জাতীয়তাবাদৰ এটি মূল সূত্ৰ আছিল, "সাহিত্যই জাতিৰ আত্মা প্ৰকাশ কৰে।" 'আত্মা' মানে অন্তৰ জীৱন। ৰুছ সমালোচক বেলিনস্কিয়েও এনে এটা মত প্ৰকাশ কৰিছিল। আমাৰ লক্ষ্মীনাথ বেজবৰুৱাইয়ো এনে এটা মন্ত্ৰ আমাক দি গৈছে। নন্দ তালুকদাৰেও ভাষা সাহিত্যক জাতীয় উন্নতিৰ সিংহ দুৱাৰ বুলি গণ্য কৰিছিল। নহ'লে ঘৰতে পুৰণি অসমীয়া কিতাপ আলোচনীৰ আপুৰুগীয়া পুথিভঁৰাল কিয় কৰিলেহেঁতেন? (এই পুথিভঁৰালটো স্থায়ীভাৱে সংৰক্ষণ কৰিলেহে নন্দ তালুকদাৰৰ আত্মাই শান্তি পাব। বিৰিঞ্চি কুমাৰ বৰুৱা আৰু সূৰ্য্য কুমাৰ ভূঞাৰ পুথিভঁৰাল দুটাও আপুৰুগীয়া। সেই দুটাও সংৰক্ষণ কৰাটো জাতীয় কৰ্তব্য [illegible] কাৰ্য্যোৰ নন্দ তালুকদাৰৰ দেশপ্ৰেমৰ সাক্ষ্য।

এদিন নন্দ তালুকদাৰে বাটত পাই মোক ক'লে

আছিবচোন, আপোনাৰ কবিতা কেইটামান পঢ়িবহি। মই টেপ্ ৰেকৰ্ড কৰিম।” এইবিলাক কৰিলে মোৰ মনে সহজে আগবাঢ়ি নেযায়। কাচৰ মুখ চলন্তত সোমাই থকা দৰে মোৰ মনটো নিজৰ ভাৱৰ চলন্তৰ মাজত সোমাই পৰে। যোৱা নহ’ল। কিন্তু এটা অনীহা নে লাজে সদায় হেঁচা মাৰি ধৰে। ভাৱ হয় “এইবোৰ লেখাৰে দুদিনো নিজাওঁ। ৰেকৰ্ড কৰি লাভ কি?” কিন্তু সেইদিনা নন্দৰ সংগ্ৰহৰ আকাঙ্ক্ষা নতুন দিশত বঢ়াৰ ইঙ্গিত পালোঁ। তেওঁ কেইবাজনো কবিৰ নাম ক’লে যাৰ কণ্ঠ তেওঁ ধৰি ৰাখিছে। কিমান কণ্ঠস্বৰ সংৰক্ষিত হৈ আছে নেজানো। এইবোৰ সংগ্ৰহো সুসংৰক্ষিত হওঁক তাৰ কামনা কৰিলোঁ।

জীৱনত বহু লিখিলোঁ। গুণৰ কথা নকওঁ, কাৰণ বহুত লেখা সাময়িক। কিন্তু সেইবোৰৰ লেখ লোৱা মানুহৰ সংখ্যা অতি কম। প্ৰকাশক সকলে সদায় নতুন ৰচনা বিচাৰে, কিন্তু তেওঁলোকৰ চকু সদায় বজাৰত। লেখকৰ অন্তৰত কি আছে তাক তেওঁলোকে বিচাৰ নকৰে আৰু তৃতীয় নয়নটিৰো অভাৱ। পুঁজিবাদী সমাজত সাহিত্যও বজাৰৰ বস্তু হৈ পৰিল। প্ৰকাশকসকলে লেখকসকলক শোষণ কৰে। প্ৰকৃত সাহিত্যসেৱী সকলে কিন্তু সাহিত্য আৰু সাহিত্যিকৰ গুণ প্ৰকাশলৈহে চকু দিয়ে। এনেবিলাক দুখৰ সময়ত নন্দ তালুকদাৰলৈ মনত পৰে। এজন লেখকে ক’ত কি লিখিলে, কিমান গ্ৰন্থ কেতিয়া লিখিলে কোন আলোচনী কোনে সম্পাদনা কৰিছিল, কাৰ জন্ম আৰু মৰণ কেতিয়া— এইবোৰ তথ্য তেওঁ গোটাই থৈছে। তেওঁ লেখকৰ প্ৰকৃত বন্ধু আছিল। প্ৰকাশক সকলৰ বজাৰৰ চিন্তাৰ তুলনাত নন্দ তালুকদাৰৰ দৰে সাহিত্য-[illegible] সেৱাৰ স্থান উচ্চ খাপৰ।

ৰকভাৰ কবিতাবোৰ ‘অচিৰা’ নামৰ সংকলনত তেওঁ
দ’লে অমূল্যৰ কথা আৰু কবিতা মাথুহে দুজো

পাহৰি পেলালেহেঁতেন। অমূল্য মোৰ বন্ধু আৰু সহপাঠী আছিল। কিন্তু অমূল্যৰ আচল বন্ধু হ'ল নন্দ তালুকদাৰ। এইবাবে মই নন্দৰ ওচৰত চিৰ কৃতজ্ঞ। অমূল্যই যেনেকৈ গণেশ গগৈৰ কবিতা-বোৰ পোহৰলৈ আনিছিল নন্দই তেনেকৈ অমূল্যৰবোৰ আনিলে। লগতে ৺যতি নাৰায়ণ শৰ্মা, শ্ৰীবদন বৰুৱা আৰু শ্ৰীমুনীন দত্ত বৰুৱাও আমাৰ কৃতজ্ঞতাৰ পাত্ৰ। যতি নাৰায়ণে অমূল্যৰ কবিতা-বোৰ গোটাই থৈছিল। বদন বৰুৱাৰ হাতত কিছু বস্তু আছিল। সেইবোৰ নন্দই তেওঁলোকৰ পৰা আনিলে। মুনীন দত্ত বৰুৱাও অমূল্যৰ সহপাঠী আছিল। তেওঁ 'অচিনা' খন ছপাই উলিয়ালে।

হেম বৰুৱাৰ দৰে গুণী আৰু সৰবৰহী লোক অসমত অতি কমেইহে ওলাব। হেম বৰুৱাৰ নাম দিল্লীৰ ৰাজনৈতিক আৰু বুদ্ধিজীৱি মহলতো জনাজাত আছিল। তেওঁৰ নাম ৺সচ্চিদানন্দ হীৰানন্দ বাৎসায়ণ, আৰু জনাজাত আইনবিদ এল এম সিংভীৰ মুখতো শুনিছিলো। সিংভীয়ে কৈছিল, "হেম বৰুৱাৰ জন্ম বা মৃত্যু বাৰ্ষিকী দিল্লীত পাতক। মই সব তোপ্ৰকাৰে সহায় কৰি দিম।" তেওঁ লোকসভাৰ কামৰ মাজতে অসমীয়া আধুনিক কবিতাৰ সংকলন এখন ইংৰাজীত উলিয়াইছিল, আৰু পুথিও ৰচনা কৰিছিল। তেওঁৰ 'পছোৱা' সম্পাদনা আৰু 'ৰামধেনু'লৈ দিয়া কবিতা আদিৰ বৰঙনিয়ে চল্লিশ-পঞ্চাশ দশকৰ সাহিত্যৰ পৰিবেশত নতুনত্ব আনিছিল। ৰাজ-নীতিতো তেওঁৰ বৈশিষ্ট্য আছিল। গাঁৱৰ মানুহে তেওঁক নেহৰুৰ শাৰীতে থৈছিল। দৌলাশালৰ এজন খেতিয়কে মোক ১৯৬৪ (?) চনত কৈছিল, "নেহৰুৰ পিছত ভাৰতৰ প্ৰধান মন্ত্ৰী হ'বৰ বাবে হেম বৰুৱাই উপযুক্ত হ'ব।"

আহাটীৰ 'পাব্লিক' ঠিক ইংৰাজ কবি অডেনে কোৱা 'পাব্লিক'। '*The public is passive or at most, curious.*' 'পাব্লিকে' ৰকম বাটলৈ লোনাৰ, যমতে বহি খবৰ কাগজ পঢ়ে, মেজিদ[illegible],

বা টেলিভিশ্যন চায়। 'পাব্লিকে কাৰোবাক ভাল পালেও ঘৰৰ পৰাই পায়। জানিব খুজিলেও লেখাৰ যোগেদি জানিব খোজে। তেওঁলোকে ইজনে সিজনৰ পৰা দূৰৈত থাকি নিৰ্জনতা উপভোগ কৰে। শেষ জীৱনত হেম বৰুৱা এনে 'পাব্লিকৰ' মাজত থাকিব লগীয়া হৈছিল। নন্দ তালুকদাৰৰ হেম বৰুৱাৰ প্ৰতি অসীম শ্ৰদ্ধা আৰু ব্যক্তিগত আনুগত্য আছিল। তেওঁ হেম বৰুৱাক কৈ মেলি অসম সাহিত্য সভাৰ সভাপতি হ'বলৈ সন্মত কৰাইছিল। তেওঁৰ লেখাবোৰ সংগ্ৰহ কৰি প্ৰকাশৰ বাবে উদগনি দিলে। শেহলৈ যেতিয়া বৰুৱা বিপক্ষৰ অন্যায় যুঁজত আঘাত পাই শৰশয্যা ল'ব লগা হ'ল, তেতিয়াও নন্দই তেওঁক ভাহানিৰ শিষ্যই গুৰুক আৱাৰ বখাদি আৱৰি ৰাখিলে শ্ৰদ্ধাৰে আৰু বিপদত এবাৰ মাত দি।

নন্দ তালুকদাৰক এটা কামৰ বাবে সকলোৱে শলাগা শুনিছিলো। সেইটো সাহিত্যিক আৰু সাহিত্যিক সকলৰ জীৱনী ৰচনা আৰু সাহিত্য কৰ্মৰ বিবৰণী আদিৰ বাবে অহৰহ তথ্য সংগ্ৰহ। উৰিষ্যাৰ কটকত বিনোদ কাননগু নামে এজন দেশপ্ৰেমিক পণ্ডিত আছে। তেওঁ অকলেই এখন বিশ্বকোষ প্ৰকাশ কৰিছে। এই বিশ্বকোষৰ ৪০টা খণ্ড ইতিমধ্যে ওলাই গৈছে। প্ৰকৃত দেশপ্ৰেমিকৰ তেওঁ জ্বলন্ত উদাহৰণ। নন্দ তালুকদাৰে বিশ্বকোষ ৰচনা কৰাৰ কথা ভবা নাছিল। তেওঁ সাহিত্যিকসকলক পোহৰলৈ অনাৰ কথা সততে চিন্তা কৰিছিল। তাৰ ফলতেই সাহিত্য আৰু সাহিত্যিক সম্পৰ্কীয় তথ্য সংগ্ৰহৰ কাম আৰম্ভ হৈছিল। এই তথ্যবোৰৰ দশা তেওঁৰ অবিহনে কি হ'ব সেইটো ভাবিবলগীয়া।

তেওঁ কেইবাখনো ৰচনাৱলী সংগ্ৰহ আৰু সম্পাদনা কৰিছে। সম্পাদনা কাৰ্য্যৰ ভিতৰত কেইবাখনো স্মৃতিগ্ৰন্থও আছে। ইয়াৰ বাহিৰে কেইবাখনো এনে গ্ৰন্থ লিখিছে য'ত আধুনিক যুগৰ সাহিত্যিক [illegible] জীৱনী আৰু ৰচনাৰ পৰিচয় আছে। এইবিলাক গ্ৰন্থৰ

সম্পাদনা, সমালোচনা আৰু সমীক্ষাৰ মানদণ্ড কিমান বা কেনে সেইটো নিৰ্দ্ধাৰণ কৰিবৰ বাবে সেইবিলাক পুথি ভালদৰে অধ্যয়ন কৰা দৰকাৰ। মোৰ ধাৰণা এইবিলাক বিষয়ত তালুকদাৰে কোনো নতুন দৃষ্টিভঙ্গী বা পদ্ধতি অনুসৰণ কৰা নাছিল। অসমীয়া ভাষা-সাহিত্যৰ ইতিহাস ৰচনাত নতুন দৃষ্টিভঙ্গী আৰু পদ্ধতিৰ আৱশ্যক হৈছে। ইতিহাস ৰচনাৰ পদ্ধতি আৰু কাল বিভাগতো নতুন দৃষ্টিভঙ্গীৰ প্ৰয়োজন। তালুকদাৰে যিসকল সাহিত্যিকৰ জীৱনী আৰু ৰচনা লিখিছে তাত কঠোৰ বা নতুন সমালোচনামূলক দৃষ্টিভঙ্গী নাই। হ'লেও এইবোৰৰ মূল্য নোহোৱা নহয়। বৰ্ত্তমান অসমীয়া সাহিত্যত আটাইতকৈ অভাৱ হৈছে ভাল পৰিচয় গ্ৰন্থৰ। নন্দ তালুকদাৰে এই দিশটো পূৰণ কৰিছিল, অকল সেয়ে নহয় তেওঁ বহুতৰ ৰচনাৱলীও সংগ্ৰহ কৰিছে, আৰু নতুন তথ্যপাতিও ঠায়ে ঠায়ে দিছে।

"সংবাদ পত্ৰৰ ৰ'দ কাঁচলিত অসমীয়া সাহিত্য" গ্ৰন্থখনি ঊনবিংশ শতিকাৰ অসমীয়া বৌদ্ধিক জীৱনটো ভুমুকিয়াই চাব পৰা হাত-পুথি। ১৮৮৮ খৃঃত কি হৈছিল তাক পঢ়িবলৈ তলত দিয়া কথাখিনিয়েই যথেষ্ট: "১৮১০ শক, ১৮৮৮ খৃঃ অসমীয়া ভাষা-সাহিত্যৰ বা স্বৰ্ণময় বছৰ। এই বছৰতে কলিকতা চহৰত অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ জন্ম এই বছৰৰ পৰাই "জোনাকী কাকতৰ ভভাৰম্ভ' অৰাজ্যু জুণাশালৰ বেজভেদ কৰিছিল ১৮৮৯ খৃঃৰ ১০ জানুৱাৰী মাঘ শিহুৰ দিনা। ১৮৮৮ খৃঃতে ভ্ৰমৰঙ্গৰো ৰচনা। এই তিনিওটি বৃহৎ কৰ্মৰ শুৰিতে তেতিয়াৰ এগাম কলিকতীয়া ডেকা। ৬৭ নং মিৰ্জাপুৰ ষ্ট্ৰীট, ২ নং ভগানী চৰণ দত্ত লেন আৰু ১০ নং আৰ্মেনিয়ান ষ্ট্ৰীট আছিল সুতিকা গৃহ" (১৯৮৮ চনত এই তিনিটা গুৰুত্বপূৰ্ণ ঘটনাৰ গইনালৈ শতবাৰ্ষিকী উৎসৱ পাতিব পাৰি।) গ্ৰন্থখনিৰ আলছোৱাত ঊনবিংশ শতিকাৰ অসমীয়া সমাজ পত্ৰৰ তথ্যমূলক

চিনাকী দিয়া আছে। শেষৰ ফালে ঘাইকৈ প্ৰকাশিত পুথি আৰু প্ৰবন্ধৰ বিবৰণীহে পোৱা যায়। এই পুথিখনিয়ে সাংবাদিকতাৰ বুৰঞ্জী ৰচনাতো ৰৰঙণি যোগাব।

নন্দ তালুকদাৰৰ শেহতীয়া গ্ৰন্থ হ'ল 'সূৰ্য্য কুমাৰ ভূঞা" নামৰ জীৱনীখন অৱশ্যে "*Ananda Ram Dhekial Phukan and Early Nineteenth century Renaissance in Assam.*' নামৰ অপ্ৰকাশিত গৱেষণা গ্ৰন্থ আৰু আধা লিখা "বিৰিঞ্চি কুমাৰ বৰুৱা' পুথিখন প্ৰকাশিত হবলৈ বাকী। তথাপি সূৰ্য্য কুমাৰ ভূঞা' গ্ৰন্থখনেই তেওঁৰ শেহতীয়া প্ৰকাশিত পুথি। সেই কাৰণে সেইখনৰ বিষয়ে অলপ কোৱা ভাল হ'ব।

এই গ্ৰন্থখন ১৯৮২ চনত প্ৰকাশিত হৈছিল। নন্দ তালুকদাৰৰ ইতিমধ্যে দুৰ্ঘটনাত মৃত্যু ঘটিল। গ্ৰন্থখন অসংখ্য তথ্যপাতিৰে পৰিপূৰ্ণ। কালক্ৰম অনুসৰি ভূঞাৰ জীৱনৰ ঘটনাৱলী বৰ্ণনা কৰা হৈছে। ইয়াত সূৰ্য্য কুমাৰ ভূঞা মানুহজনক এজন দেশহিতৈষী পণ্ডিত আৰু আৰু সাহিত্য আৰু বুৰঞ্জীৰ ওজাৰূপেই তুলি ধৰা হৈছে। জীৱনীখনত যি আদৰ্শ দাঙি ধৰা হৈছে, সেই আদৰ্শ জাতীয়তাবাদৰে আদৰ্শ। সূৰ্য্য ভূঞাৰ ব্যক্তিত্বৰ মাজত আদৰ্শৰ যি দন্দ্ব বা সংঘাত আছিল সেই সংঘাতবোৰ তুলি ধৰিবলৈ স্বাধীনতা আন্দোলনৰ আদৰ্শ আৰু সমাজবাদৰ আদৰ্শৰ পৰিপ্ৰেক্ষিততো তেওঁৰ জীৱনী অধ্যয়ন কৰাৰ আৱশ্যক আছিল। কাৰণ শিক্ষা, সাহিত্য আৰু পাণ্ডিত্যৰ গতি নিৰ্দ্ধাৰণ আৰু মূল্যায়নত সামাজিক ৰূপান্তৰৰ প্ৰক্ৰিয়াই যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰে। নহলে অম্বিকাগিৰি বা জ্যোতিপ্ৰসাদৰ জীৱনৰ লগত সূৰ্য্য কুমাৰ ভূঞাৰ জীৱনৰ প্ৰভেদবোৰ স্পষ্ট নহয়। আন্তৰ্জাতিক দৃষ্টিৰ পৰা সূৰ্য্য কুমাৰ ভূঞাৰ পাণ্ডিত্যৰ আটাইতকৈ মূল্যবান দিশ হ'ল অসমৰ বুৰঞ্জীক বাহিৰলৈ উলিয়াই সকলোকে [illegible] জগতত জানিবলৈ দিয়া। প্ৰকৃত পক্ষে বাহিৰত তেওঁৰ

এই বুলিয়েই জানে। প্ৰফুল্ল দত্ত গোস্বামীয়ে কৈছে: "দুৰ্ভাগ্যবশতঃ কিতাপখন বচনা কৰি উঠাব পিছতে তালুকদাব আকস্মিক ভাৱে আমাৰ পৰা আঁতৰি গ'ল, তেওঁ তাত খহন-পিহন কৰিবলৈ সুযোগ নেপালে। তালুকদাৰে নিজেও বোধহয় পূৰ্বা ভূঞাৰ ব্যক্তিত্বৰ বাহিৰ ভিতৰ, আৰু সবলতা দুৰ্বলতাবোৰ আলোচনা কৰাৰ কথা ভাবিছিল। তেওঁ 'নিবেদন'ত দিয়া ঘুনীন বৰকটকীৰ "বিস্মৃত ব্যতিক্ৰম'ৰ উক্তিটোৱেই তাৰ প্ৰমাণ। কিন্তু ভুল বা দুৰ্বলতাবোৰ আঙুলিয়াই দিবলৈও মানুহক এটা দৰ্শন লাগে। নৈতিকতাৰ ধাৰণাবোৰো আপেক্ষিক। তদুপৰি গুৰুৰ চৰিত্ৰত ভুল দেখুৱাবলৈ জানো শিষ্যৰ সত্ যায়?

জীৱনী বচনাৰ আৰ্হি আমি পশ্চিমৰ পৰা লৈছো সঁচা, কিন্তু এতিয়া আমি নিজৰ অভিজ্ঞতাৰ ভেটিতো জীৱনীৰ আৰ্হি গ্ৰহণ কৰিব পাৰোহক। এনে আৰ্হি আমাৰ পৰিবেশক ভুক্ত হ'ব লাগিব। জীৱনী লেখকে জীৱনীখনত নিজৰ দৃষ্টিভঙ্গীৰহে সাধাৰণতে প্ৰকাশ কৰে। তথ্য পৰিবেশন, পৰিবেশ বৰ্ণনা, জীৱনীৰ পাত্ৰজনৰ ভাবমূৰ্তি—এই সকলোবোৰতে লেখকৰ জ্ঞান আৰু কল্পনাই প্ৰভাৱ বিস্তাৰ কৰে। কোনো কোনো জীৱনী লেখকে জীৱনীখন চিত্ৰময় কৰে, কোনোৱে মনোবিশ্লেষণৰ পদ্ধতি লয়, কোনোৱে উপন্যাসৰ কৌশলেৰে জীৱনটো তুলি ধৰে। পাত্ৰজনৰ ভুল আৰু দুৰ্বলতাবোৰ উদঙাই দিলেই যে জীৱনীখন ভাল হ'ব এনে নহয়। এজন ভালৰ মানুহৰ যিবোৰ বৈশিষ্ট্য পাঠকৰ মনৰ গভীৰক আলোড়িত কৰে সেইবোৰ বৈশিষ্ট্যইহে নৈতিক, সামাজিক, মনস্তাত্বিক আৰু মানবিক দিশৰ পৰা সুন্দৰ হৈ জীৱনীত ফুটি উঠিব লাগে। জীৱনী অধ্যয়ন কৰিবলৈও উন্নত বুদ্ধি, জ্ঞান আৰু পৰিমিতিবোধৰ আৱশ্যক। পাত্ৰজনৰ মহত্ব কিহত তাক যদি জীৱনীত প্ৰতিপন্ন নহয় তেন্তে এনে জীৱনীৰ মূল্যই বা কিমান? যদিও লোক-ভগৱানেইহে মানুহ, তথাপি

গুণৰ বাবেইহে জীৱনীৰ আদৰ। তাৰ সামাজিক মূল্যও তাতেই।

এই দৃষ্টিৰ পৰা চালে 'সূৰ্য্য কুমাৰ ভূঞা'ৰ এটা বৈশিষ্ট্য চকুত পৰে। লেখকৰ তথ্যনিষ্ঠা। অন্তৰ জীৱনৰ তথ্য অৱশ্যে অতি তাকৰ। বাহিৰ জীৱনৰ ঘটনাৰ চন, তাৰিখ আৰু স্থান আদিৰ তথ্য তেওঁ অতি নিষ্ঠাৰে সংগ্ৰহ কৰিছে। ঘটনাৰ কথা বিৱৰি কওঁতে সুযোগ পালেই সেই ঘটনাৰ কালৰ বিষয়ে আহৰণ কৰা তথ্য পৰিবেশন কৰাৰ লোভ তেওঁ সামৰিব নোৱাৰে। আমাৰ অসমীয়াৰ সমাজ জীৱনৰ অধ্যয়ন ইমান কম বা চালুকীয়া অৱস্থাত আছে যে এনে ধৰণেৰে ব্যক্তি জীৱনৰ তথ্যৰ সম্মিলন ঘটালে লেখাৰ আকৰ্ষণ বাঢ়েহে, নকমে।

এই সম্মিলন গাঢ় নহলে কেতিয়াবা মনৰ বিসংগতিৰ ভাৱ ওপজে। কিন্তু তথ্যবোৰৰ স্বকীয়া এটা মোহো অনুভৱ কৰোঁ। কাৰণ এনেবোৰ তথ্য আন প্ৰকাৰে থাওকতে পোৱাৰ উপায় নাই। তথ্যৰ অপূৰণ ভোক ই সহজে গুচায়। কৰ্মৰ সৌন্দৰ্য্য আৰু নিখুঁততা নানা পৰীক্ষা-নিৰীক্ষা আৰু ভাৱনাৰ ফলতহে জন্ম হয়। আমাৰ জীৱনী লেখকসকলৰ অভিজ্ঞতা যিমানে বাঢ়িব, সিমানে এই দিশৰ প্ৰতি তেওঁলোকৰ দৃষ্টি আকৰ্ষণ বাঢ়িব। জীৱনীখনৰ কেন্দ্ৰ সূৰ্য্য ভূঞাৰ জীৱনটো হ'লেও তেওঁৰ গুণী সতীৰ্থসকলো ইয়াত উপকেন্দ্ৰ হৈ সোমাই গৈছে। নন্দ তালুকদাৰৰ চকুত এওঁলোকো অপৰিহাৰ্য্য। কাজেই তেওঁৰ পৰা অন্য এটা আৰ্হিৰ জীৱনী বিচৰাৰ কোনো অৰ্থ নাই। জীৱনীখনত কিছুকথাৰ ভুল আৰু ভাষাৰ ভুল' আছে বুলি প্ৰফুল্ল দত্ত গোস্বামীয়ে কৈছে যদিও সেইবোৰ সহজে চকুত পৰা বিধৰ নহয়। জীৱনীখনে সূৰ্য্য ভূঞাক আকৌ এবাৰ আমাৰ আগলৈ লৈ আহিছে। এই সূৰ্য্য ভূঞা অশৰীৰি আৰু এটি 'ইমেজ' মাত্ৰ। এই 'ইমেজ' নন্দ তালুকদাৰে গঢ়িছে।

... নন্দ তালুকদাৰৰ দুৰ্ঘটনাত মৃত্যু হোৱাৰ দিনা, ৰাতি মই সম্পাদিকাক

তেওঁক গুৱাহাটী মেডিকেল কলেজত চাবলৈ গৈছিলোঁ। বৰ করুণ দৃশ্য। গুৱাহাটী চহৰ যাত্ৰীৰ বাবে যমপুৰী। ইয়াৰ আলিবাটত যান-বাহনৰ নিয়ন্ত্ৰণ নাই। এই ব্যৱস্থাৰ বলী হ'ল নন্দ তালুকদাৰ। এনে এজন নিষ্ঠাবান সাহিত্য সেৱী, তথ্য সংগ্ৰাহক আৰু উদ্যমী লেখকৰ অকাল মৃত্যুৰ বাবে সেইদিনা মই গোটেই চহৰ খনকে অভিশাপ দিছিলোঁ। মম্মো যেন এই মৃত্যুৰ বাবে দায়ী। সমুখত নন্দ তালুকদাৰৰ লাচটো চিং হৈ পৰি আছিল। এই মানুহজনে মোক বৰ ভাল পাইছিল। এই ভালপোৱাৰ একমাত্ৰ প্ৰতিদান হ'ল ভালপোৱা। নন্দ তালুকদাৰৰ দৰে সাহিত্যসেৱী খুব কম পাইছোঁ—অন্ততঃ আমাৰ জেনেৰেশ্যনৰ মাজত। তেওঁৰ বিষয়ে আৰু লিখিবৰ মন থাকিল।

নন্দ তালুকদাৰৰ কথা লিখিবলৈ গৈ মোৰ আৰু এটা কথা মনত পৰিছে। ১৯৭৭ চনত জয়প্ৰকাশ নাৰায়ণৰ নেতৃত্বত হোৱা আন্দোলনৰ অন্তিম ফল স্বৰূপে দেশত জনতা দলৰ চৰকাৰ গঠিত হয়। অসমতো এই দলে ক্ষমতা লাভ কৰে। মই এদিন বাটেদি গৈ থকোতে নন্দ তালুকদাৰে লগ পালে। নাটকীয় ভঙ্গীত তেওঁ কলে "বীৰেন দাদা, আপুনি গান লিখিছিল—'আবি বহুৱাম জনতাৰ চৰকাৰ, আমি বহুৱাম জনতাৰ দৰবাৰ।' আজিতো জনতাৰ চৰকাৰ হ'ল! গানটো আকৌ গোৱাৰ লাগে।" মই একো নেমাতিলোঁ। একেথৰে নন্দ তালুকদাৰৰ মুখলৈ চাই ৰ'লো। মই তেনেকৈ চাই থকা দেখি তেওঁ বোধহয় আচৰিত হ'ল। সেই গানটো মানুহে পাহৰি গৈছে। ৬ ব্ৰজেন বৰুৱাই তাৰ সুৰ দি গাইছিল। সুৰটো জনা মানুহে বোধহয় নাই। জানিলেও গাওঁতা ক'ত? নন্দ তালুকদাৰে ক'লে, "আকাশবাণীয়ে যেখোন প্ৰচাৰ কৰিব পাৰে।" মই ক'লোঁ, "তেওঁলোকে ধৰা বন্ধা নিয়মতহে গীত প্ৰচাৰ কৰে। পঁজিটো গীত আগতে দিব লাগে।" মোৰ গীত কিছু আছে। কিন্তু সেই

নিয়মৰ প্ৰতি মোৰ শ্ৰদ্ধা নাই। মই ক'লো, "কেতিয়াবা যদি কোনোবাই প্ৰয়োজন অনুভৱ কৰে গাব। মই কৰলৈ যোৱাটো অশোভনীয়।

নন্দ তালুকদাৰে মোৰ কথা বিলাকৰ তাৎপৰ্য্য বোধহয় বুজি নেপালে। তেওঁ আকৌ ক'লে, "সেই গানটো এতিয়া নেগালে কেতিয়া গাব?"

মই জানো গানটো গোৱা নহ'ব। মই একো নেমাতিলো। নন্দ তালুকদাৰক ধন্যবাদ জনাই মই গুচি আহিলো। কেতিয়াবা কোনোবাই এই গানটো গাব নে? মোৰ মনে ক'লে, "গাব।" কিন্তু কেতিয়া? এই প্ৰশ্নৰ উত্তৰ দিয়া টান হ'ল। এই গানটোত এটা স্বপ্ন আছিল। এই স্বপ্নটো এতিয়াও আছে। এদিন সচাঁকৈয়ে জনতাৰ দৰবাৰ হ'ব,-আজি কেৱল চৰকাৰহে হৈছে। দৰবাৰ মানে প্ৰকৃত জনতাৰ শাসন। মাজে মাজে এই শাসনক গণ পৰিষদ, গাওঁ পৰিষদ, জিলাপৰিষদ এইবোৰত সীমিত কৰিব পাৰি। কিন্তু জনতাৰ শাসন প্ৰকৃত বাইজৰ স্বশাসন, এই স্বপ্নই আছিল ছাত্ৰ কালৰ সপোন। আজিও এই সপোনেই আছে। মোৰ গানটো কোনোবাই গাব এনে এটা আশা মনত পুহিছিলো। কিন্তু লাহে লাহে বুজি পালো সেইটো জনতাই স্বশাসন পালেহে গাব। এদিন যে গাবই (মই নাথাকিব পাৰো) সেই বিষয়ে মই নিশ্চিন্ত। এইটো মোৰ বিশ্বাস। কাৰণ মানুহৰ মুক্তি হ'বই লাগিব। "পূৰণি দৈন্য জুইৰে পুৰিম, নতুন সাহস ঢালি। শত জাতি মেলি গুঠিম লগেৰে মহাজীৱনৰ ছবি।"

নন্দ তালুকদাৰে এই গানটোৰ কথা মনত ৰখাৰ কাৰণ মই নে তেওঁৰ গানটোৰ প্ৰতি থকা মমতা? মই নেজানো। কিন্তু গানটো সোঁৱৰা বাবে মই বৰ আনন্দিত হৈছিলো। এই আনন্দ লেখকৰ বিমল আনন্দ। তাৰ বাবে নন্দ তালুকদাৰৰ প্ৰতি মই কৃতজ্ঞ। তেওঁ গাঁৱত থাকোতেই বোধহয় স্বাধীনতা আন্দোলন আৰু সমাজবাদী আন্দোলনৰ প্ৰতি আকৰ্ষিত হৈছিল। এই গীতটো ভালপোৱাৰ কাৰণ এই আকৰ্ষণ। *

# নন্দক মই যিদৰে জানিছিলো

## অনু বৰুৱা

মোৰ স্বামী হেমবৰুৱাৰ পৰলোক গমনৰ সময়ত যোৰহাটৰ শ্ৰীঅৰুণ গোস্বামীয়ে মোলৈ লিখিছিল। "সময় কেতিয়াবা স্তব্ধ হৈ যায় জানো নকৌ?" যায়। যায়। মোৰ জীৱনত দুবাৰ সময়ৰ কাটাডাল স্তব্ধ হৈ গৈছিল। প্ৰথমবাৰ, ১৯৭৭ চনৰ ৯ এপ্ৰিল তাৰিখৰ পুৱা স্তব্ধ হৈছিল মোৰ হৃদয় স্পন্দন, নিৰ্ব্বাক নিস্পন্দ হৈ চাই আছিলো মোৰ স্বামীৰ দেহটোলৈ।

'৮৩ চনৰ ২৩ ফেব্ৰুৱাৰীৰ শনিবাৰৰ দিনা সন্ধিয়া, মোৰ জীৱনৰ সময়ৰ কাটাডাল আকৌ এবাৰ স্তব্ধ হৈ গৈছিল। সেই অমংগলীয়া ক্ষণটোতে কালে লৈ গ'ল আমাৰ নন্দ তালুকদাৰক। মৰণৰ শীতল পৰশে নন্দক লৈ গ'ল অজান লোকলৈ। এজন লব্ধ প্ৰতিষ্ঠ কবিৰ ভাষাৰে, "এদম ফুলৰ মাজত তেওঁ শুই আছিল।" এক চিৰ প্ৰশান্তিৰ ছায়া তেওঁৰ মুখ মণ্ডলত বিৰাজ কৰিছিল। মৃত্যু, তুমি ইমান সুন্দৰ, ইমান শীতল, ইমান চিৰশান্তি ময়। সেইদিনাও নিস্পলক নিৰ্ব্বাক হৈ চাই আছিলো।

এটা দুঃস্বপ্ন। নন্দ আৰু নাই। কথাষাৰ অতি সত্য যদিও অতি অবিশ্বাস্য। কোনোবাই বিশ্বাস কৰিব পাৰিব জানো, ওলাই যাবলৈ সাজু হৈ ধুতিখন চাফা নে মলিয়ন সুধিপুছি, উভতি আহি ভাত খাই জিৰণি ল'ম বুলি কৈ যোৱা মানুহজন, কোনোদিন উভতি নাহিব বুলি।

এম চালেহ উদ্দিন চৌধুৰীৰ ভাষাত, "সৰ্ব্বজন বিদিত এক-

স্ত্ৰীয়ে সকলোৰে সৰ্পদংশনৰ জ্বালা তিৰোহিত কৰি, শেহান্তৰত নিজেই সৰ্পদংশনত নিহত হোৱাৰ দৰে, অধ্যাপক তালুকদাৰেও অসংখ্য জনৰ জীৱনী লেখি অসমীয়া সাহিত্য ভড়াল চহকী কৰি থৈ গ'ল।" বিনিময়ত আমি তেওঁক কি দিব পাৰিলো? জীৱনী লেখক হিচাপে অসমীয়া ভাষা সাহিত্যত নন্দই এখন সুকীয়া আসন অধিকাৰ কৰি থৈ গৈছে। সাহিত্য জগতৰ এই দিশটোত তেওঁৰ সমকক্ষ দ্বিতীয় জন নাই বুলি কলে হয়তো, অত্যুক্তি কৰা নহব। আজি নন্দৰ অবিহনে অসমীয়া ভাষা সাহিত্যত এটা অপূৰণীয় ক্ষতি হ'ল।

নন্দই সোণাৰাম স্কুলৰ পৰা মেট্ৰিক পাছ কৰি কটন কলেজৰ বিজ্ঞান শাখাত ভৰ্ত্তি হয় যদিও পিছত বি, বৰুৱা কলেজৰ কলা শাখাত নাম লগালে। লগ পালে বি, বৰুৱা কলেজত অধ্যক্ষ হেম বৰুৱাক। অধ্যয়নৰত, জ্ঞান পীপাসু লৰাটোৱে অতি কম দিনৰ ভিতৰতে হেম বৰুৱাক আকৰ্ষণ কৰিলে। লাহে লাহে দুয়োৰে মাজৰ শিক্ষাগুৰু আৰু ছাত্ৰৰ সম্বন্ধৰ উপৰিও বেলেগ সম্বন্ধ গঢ় লৈ উঠিল।

এই বি, বৰুৱা কলেজতেই লগ পালে সু সাহিত্যিক যোগেশ দাসক, যিজনে তেওঁক এজন প্ৰিয়ছাত্ৰ হিচাবে মৰম কৰাৰ উপৰিও, নিজৰ ভায়েকৰ দৰে মৰম কৰিছিল।

নন্দৰ জ্ঞান পীপাসু মনটো নজনা কথা জানিবলৈ, নুবুজা কথা বুজিবলৈ উৰাউল হৈ পৰিছিল। তেতিয়া বি বৰুৱা কলেজ কামৰূপ একাডেমী স্কুলত বহিছিল। নিশা কলেজ ছুটি হোৱাৰ পিছত হেম বৰুৱাই প্ৰায়েই লগ ধৰে নন্দক, নৈৰ পাৰে পাৰে, অলপ ফুৰি আহিবলৈ। নন্দই এইকন সময়ৰ কাৰণে আকুল ভাৱে আপেক্ষি থাকে। নিশা ঘন হয়, পথত যানবাহন সেৰেঙা হয়, পথ যাত্ৰীও কমি আহে। কথাৰ সাগৰ হেম বৰুৱাই কথাৰ সোঁতাৰ

মেলে— দেশৰ, বিদেশৰ, সংসদৰ বাহিৰৰ, ভিতৰৰ কিমান কথা, কিমান অভিজ্ঞতা বৰ্ণাই যায় আৰু নন্দই তন্ময় হৈ শুনি যায়।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা এম. এ পাছ কৰাৰ পিছত তেওঁ শিলঙত চাকৰি লব লগা হল যদিও কিছু দিনৰ পিছতে পাণ্ডু কলেজত চাকৰি হোৱাত শিলঙৰ পৰা গুচি আহিল। গুৱাহাটীত চাকৰি হোৱাত তেওঁৰ কৰ্ম্মজীৱনৰ পথ প্ৰশস্ত হ'ল। হয়তো ভাগ্যও তেওঁৰ প্ৰতি সুপ্ৰসন্ন আছিল।

পাণ্ডু কলেজত অধ্যাপনা কৰিবলৈ গৈ, কেৱল অধ্যাপনাত আত্মনিয়োগ নকৰি, নন্দই সাহিত্য চৰ্চাত মনোনিবেশ কৰিলে। ছাত্ৰৱস্থাতে তেওঁ প্ৰবন্ধ পাতি লেখি যথেষ্ট সুনাম অৰ্জ্জন কৰিছিল। বি, বৰুৱা কলেজ আলোচনীৰ সম্পাদকৰ আৰু গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ আলোচনীৰ সম্পাদকৰ বাবে নন্দ নিৰ্ব্বাচিত হোৱাতেই তেওঁৰ সাহিত্যত প্ৰতিভাৰ স্বাক্ষৰ বহন কৰে।

বৰনগৰৰ বৰেণ্য পুৰুষ শিক্ষাবিদ চিন্তাহৰণ পাটগিৰি নন্দৰ হাইস্কুল জীৱনত এজন বিশিষ্ট আৰু আদৰ্শ পুৰুষৰূপে তেওঁৰ সন্মুখত আৱিৰ্ভাৱ হৈছিল। শ্ৰদ্ধেয় পাটগিৰিৰ পুথিভঁৰালটো নন্দৰ কাৰণে সদায় খোলা আছিল। নন্দৰ জীৱনৰ আনজন প্ৰভাৱান্বিত ব্যক্তি হ'ল বৰনগৰৰ বিপ্লৱী ৺ ব্ৰজনাথ শৰ্মা।

ছাত্ৰ হিচাবে নন্দ মেধাবী নাছিল যদিও, একাগ্ৰতা, কৰ্ত্তব্য-পৰায়ণতা, নিষ্ঠা, সময়ৰ প্ৰতি সজাগতা আদি গুণৰ সমাবেশ আছিল নন্দৰ গাত। নন্দ আছিল নীৰৱ কৰ্মী, তেওঁ বহুত কাম কৰিবলৈ হাতত লৈছিল। বহু পৰিকল্পনা তেওঁৰ মগজুত আছিল। আমি একেবাৰে তেওঁৰ কাষত থাকিও তেওঁৰ পৰিকল্পনাৰ কথা জানিব পৰা নাছিলো। কিন্তু নিষ্ঠুৰ নিয়তিয়ে 'সময় আৰু সুবিধা' নিদিলে। জীৱনৰ পঞ্চাছটা বছৰ জানো সময়? তাতে নন্দই মাত্ৰ বাৰ বছৰ বয়সতে দেউতাকক হেৰুৱাই জীৱন যুদ্ধত অৱতীৰ্ণ হব লগাত পৰিছিল।

পঞ্চম শ্ৰেণীত পঢ়াৰ পৰাই নন্দৰ পুথি সংগ্ৰহ, আলোচনী, বাতৰি কাকত বিচাৰি পঢ়াটো অভ্যাস হৈছিল। মহৎলোকৰ জীৱনী পঢ়া তেওঁৰ এটা চখ আছিল, কেৱল চখেই নহয় যিসকলৰ জীৱন গাথাৰ পৰা সোঁৱৰণ কৰি তেওঁ আমাক বহুত কথাই কৈছিল। তেওঁৰ এই অভ্যাসৰ কাৰণেই হয়তো পিছলৈ জীৱনী সাহিত্য লিখিবলৈ প্ৰেৰণা পাইছিল।

নন্দ আছিল এক ভ্ৰমণ প্ৰিয় ব্যক্তি। এই ক্ষেত্ৰত হেম বৰুৱাৰ লগত মিল আছিল। হেম বৰুৱাই কৈছিল "দেশ ভ্ৰমণ আৰু কিতাপ অধ্যয়ন এই দুয়োটা সম পৰ্য্যায়ৰ বস্তু। মানুহৰ অন্তৰাত্মাত নজনাক জানিবলৈ নুবুজাক বুজিবলৈ সদায়েই এক ধাউতি বিদ্যমান। সেই কাৰণেই মানুহে কিতাপ পঢ়ে বা দেশ ভ্ৰমণ কৰে।" নন্দৰো মনোভাৱ আছিল সেয়ে। সেয়েহে অৰিয়েণ্টেল কনফাৰেঞ্চলৈ যাবলৈ তেওঁ বহুদিন আগৰে পৰাই আয়োজন কৰিছিল। টুৰিষ্ট গাইড বুক, ৰেলওৱে টাইম টেবুল আদি যোগাৰ কৰাৰে পৰা সন্মিলন যি ঠাইত অনুষ্ঠিত হব সেই ঠাইৰ বিষয়ে ইতিবৃত্ত অধ্যয়ন কৰি, ওচৰে পাজৰে চাবলগীয়া ঠাইবোৰ চোৱাৰ পৰিকল্পনাও তেওঁ কৰি লৈছিল।

নন্দৰ একক আৰু ব্যক্তিগত বহু কষ্টৰ বিনিময়ত গঢ় লৈ উঠিছিল তেওঁৰ পুথিভৰালটো বা সংগ্ৰহালয়টো। তাৰ বাবে কোনো দিনে কোনো ধৰণৰ দান বৰঙণি বিচৰা নাছিল। বিচাৰিছিল সভাৰ শেষত অভিভাষণ এখন, সম্বৰ্দ্ধনাৰ ছপা প্ৰতিলিপি এটা বা মুখপত্ৰ এখন। কোনো বৰেণ্য সাহিত্যিকে উদাৰচিত্তেৰে তেওঁলৈ পঠোৱা গ্ৰন্থ ৰচনা আদি পালে বৰ ভাল পাইছিল। আৰু তেওঁ সেইবোৰ বৰ যত্নেৰে সংৰক্ষণ কৰিছিল।

আগতেই কৈ আহিছো, নন্দই চতুৰ্থ পঞ্চম মান শ্ৰেণীৰ পৰাই সংগ্ৰহৰ কাম হাতত লৈছিল। এয়া আছিল তেওঁৰ এটা

চখ, ইংৰাজীত যাক কব পাৰি hobby বুলি। কোনোবাই যদি কিবা কিতাপ বিচাৰি পোৱা নাই এটা প্ৰশ্নই পোনতে উত্থাপিত হ'ব। "নন্দৰ তাত খবৰ কৰিছিল নে? নন্দৰ তাত নাই যদি নাই, তেন্তে ক'ত পাব আৰু? নিজে লেখা কিতাপখনো যদি হেৰাই গৈছে তেন্তে নন্দৰ তাত নিৰ্ব্বিঘ্নে পোৱা যাব। হেম বৰুৱাৰ "কন্নকীৰ কাহিনী" খনো নন্দৰ হাতত্তে পুনৰ জনম পালে।

অতীত সদায় মধুৰ। কিন্তু সেই অতীত যদি বেদনাদায়ক হয়? আজি অতীত সুঁৱৰি মোৰ মনটো ভটিয়াই গৈছে বিগত দিনবোৰলৈ। সেই দিনবোৰ আছিল কিমান মধুৰ, অথচ আজি কিমান মৰ্মন্তুদ।

সুদীৰ্ঘ পশিচ বছৰ কাল এনে-এবুৰি কথাই মোৰ মনটোত জুমুৰি দি ধৰিছেহি। পোন প্ৰথম যেতিয়া চিনাকি হওঁ, তেতিয়া নন্দ কলেজীয়া ছাত্ৰ। লাজকুৰীয়া সৰু লৰা এটা। হেম বৰুৱা সংসদী সদস্য হৈ থকা কালত, আমি দিল্লীত থাকোতে নন্দ এবাৰ দিল্লীলৈ গৈছিল, নামিছিল হোটেলত। তেওঁক আমি ভাত খাবলৈ মাতিছিলো। সেইদিনাৰ কথা মই কেতিয়াও নাপাহৰো।

লাহে লাহে নন্দৰ লগত আমাৰ সম্পৰ্ক ঘনিষ্ঠ হৈ পৰিল। এনে এটা বিন্দুত আমি উপনীত হলো নন্দ যে এজন বেলেগ লৰা, তেওঁৰ লগত আমাৰ তেজ মঙহৰো সম্বন্ধ নাই, কথাষাৰ একেবাৰে পাহৰি গলো।

আগতেই কৈ আহিছো, নন্দ মোৰ নিজা ভাইতকৈও আপোন। মোৰ স্বামী হেম বৰুৱা ঢুকোৱাৰ পিছৰে পৰা আজি অত্তবছৰে যি কেইজন আঙুলিৰ মূৰত লিখিব পৰা মানুহে মোৰ খবৰ লৈ আছিল, তাৰ ভিতৰত নন্দ আছিল অন্যতম। কেতিয়াবা আকৌ আহি পোনেই মূৰটো পাতি দিয়ে। "বাইদেউ, মূৰতে একোৰ মাৰক, মই আপোনাৰ খবৰ লবলৈ আহিব পৰা নাই।" এদিনা

ভাবি দুখ লাগে, দুৰ্ঘটনাত আক্ৰান্ত হৈ মূৰৰ আঘাততে তেওঁ আমাৰ মাজৰ পৰা আঁতৰি গ'ল।

এসময়ত দুখী দুৰ্গতী অৱস্থাৰে কিবাকিবি লেখিছিলোঁ। এই ক্ষেত্ৰত নন্দৰ উদগণিৰ কথা পাহৰিব নোৱাৰোঁ।

প্ৰবন্ধ লিখিব লাগে, 'জোনবাই' আলোচনীলৈ শিশু উপযোগী গল্প লাগে, নন্দৰ তাগিদা যায় দিল্লীলৈ। আজি মই কি মূলধন লৈ হাতত কলম ল'ম, য'ত নাই গৃহস্থৰ খেছখেছনি, য'ত নাই নন্দৰ তাগিদা। এবাৰ 'ভেকুলীৰ গান" বুলি এটা প্ৰবন্ধ লেখিছিলোঁ। প্ৰবন্ধটো এখন আলোচনীত প্ৰকাশ হৈছিল। নন্দই এই প্ৰবন্ধটোৰ কথা কলেজত ক্লাছ লওঁতে কৈছিল। শুনি মোৰ লাজহে লাগিছিল।

হেম বৰুৱা, 'মোৰ চিনাকি মানুহজন' বুলি জীৱনী এখন লিখিছিলোঁ। তেওঁৰ নামত জীৱনীখন উৎসৰ্গা কৰিছিলোঁ: 'তোমাৰ ছাৰ, "হেম বৰুৱা মোৰ চিনাকি মানুহজনক" তোমাকে গতালোঁ।

মৃত্যুৰ কেইদিনমান আগতেও নন্দই মোক কৈছিল, বাইদেউ লিখি যাওঁক। যি মন যায়, লিখক। প্ৰকাশৰ কথা পিচত চিন্তা কৰা হব।" ময়ো ভাবিছিলোঁ, জীৱনৰ বাকী কালছোৱাত যদি কিবা লিখিব পাৰোঁ নন্দ আৰু অঞ্জনৰ হাততেই গতাই থৈ যাম। কিন্তু মনেৰে খন্দা পুখুৰীৰ পানী মানুহে খাবলৈ পায় জানো?

নন্দৰ লগত সৰহভাগ সময় ধেমালি কৰিয়েই কথা পাতোঁ। কেতিয়াবা কওঁ, "নন্দ, তুমি তোমাৰ ছাৰৰ জীৱনী এখন নহয়, দুখনো লিখিলা। মই মনত ৰাখিছোঁ। মোৰ মৃত্যুৰ পাছত, সৰুকৈ হলেও এখন জীৱনী নিলিখিলে কিন্তু, প্ৰেত হৈ তোমাৰ পিছে পিছে ফুৰিম।" মোৰ কথা শুনি হাঁহি এটা মাৰি তেওঁ কয়: 'হব বাৰু'। হয়তো তেওঁ তাৰ বাবে সমলো থৈছিল। কিন্তু কালৰ কি কুটিল গতি। আজি মইহে তেওঁৰ বিষয়ে লিখিব লগীয়া হ'ল। ইয়াতোকৈ বেজাৰৰ কথা জানো কিবা হব পাৰে।

# নন্দ তালুকদাৰ

## অসমীয়া সাহিত্য সেৱা আছিল যাৰ জীৱনৰ ব্ৰত

শ্ৰীভূপেন্দ্ৰ কুমাৰ বৰ্মা

বিভিন্ন সমালোচকে নন্দ তালুকদাৰ আৰু তেওঁৰ ৰচনাৰাজিক বিভিন্নভাৱে আলোচনা কৰিছে। জীৱনীলিখক, সাহিত্য সমালোচক, সংগ্ৰহক গ্ৰন্থপ্ৰেমী, অসমীয়া সাহিত্যৰ ইতিহাস চৰ্চাকাৰী আৰু এজন নিষ্ঠাবান সাহিত্য কৰ্মী হিচাপে তেওঁক মূল্যায়ন কৰিছে। অসমীয়া সাহিত্য আৰু সাহিত্যিকক আলোচনা সমালোচনাৰে সমুজ্জল কৰি তুলিবলৈ যি নিষ্ঠা আৰু আন্তৰিকতাৰে তেওঁ আপ্ৰাণ চেষ্টা চলাইছিল তেনে উদাহৰণ অতি বিৰল।

আধুনিক অসমীয়া সাহিত্যৰ বাহিৰেও উনবিংশ শতিকাৰ অসমীয়া সাহিত্যৰ চিন্তা-চৰ্চা আৰু সংগ্ৰহ-সংৰক্ষণত তালুকদাৰে যিদৰে আত্মনিয়োগ কৰিছিল ভাবিলে অবাক হ'ব লাগে। সুদীৰ্ঘ কুৰি বছৰ কাল একেলগে একেখন কলেজতে তালুকদাৰৰ লগত কাম কৰাৰ সুযোগ হৈছিল। একেলগে সভা সমিতিলৈ গৈছিলো। বিভিন্ন অনুষ্ঠানত যোগদান কৰিছিলো। সেয়ে বিভিন্ন অভিজ্ঞতা লাভ কৰিবলৈ সুবিধা পাই ছিলো।

তালুকদাৰ আছিল হাড়ে হিমজুৱে অসমীয়া। অসম আৰু অসমীয়াক প্ৰাণ ভৰি ভাল পাইছিল। ভাল পাইছিল অসমৰ সাহিত্য সংস্কৃতিক। এনে দেশপ্ৰেম আৰু জাতীয় চেতনাৰে উদ্বুদ্ধ হৈ তেওঁ শদিয়াৰ পৰা ধুবুৰীলৈ ঘূৰি ফুৰিছিল। কলিকতা আৰু শ্ৰীৰামপুৰ আদিলৈও কেইবাবাৰো গৈছিল। উদ্দেশ্য আছিল পুৰণি অসমীয়া কিতাপ-পত্ৰ, বাতৰি কাকত, আলোচনী আদি সংগ্ৰহ কৰা। আনিব

নোৰাবা কিতাপ আলোচনীৰ ফটো প্ৰতিলিপিয়েই লৈ আহিছিল। চাকৰি, ঘৰুৱা, আৰ্থিক আদি বিভিন্ন সমস্যাৰ মাজতো যি কোনো কষ্ট, ত্যাগ আৰু অৰ্থব্যয়ৰ বিনিময়তো তেওঁ এইবোৰ সংগ্ৰহ কৰিবলৈ কুণ্ঠাবোধ নকৰিছিল। কেতিয়াবা ভাবিছিলো তালুকদাৰে কিয় এইবোৰ কৰি ফুৰে? আনকি দোকানৰ পৰা বস্তু বান্ধি অনা কাগজ খিলাও তেওঁ ভালদৰে নিৰীক্ষণ কৰিহে এৰি দিছিল। তেতিয়া হাহিছিলো কিন্তু যেতিয়া দেখিছিলো। যে অসমীয়া সাহিত্যৰ বিশিষ্ট পণ্ডিত, সাহিত্যিক, গবেষক সকলেও যেতিয়া আপুৰুগীয়া গ্ৰন্থ বা তথ্য-পাতিৰ বাবে তালুকদাৰৰ কাষ চাপিছিল তেতিয়া বুজিছিলো তালুক-দাৰৰ সংগ্ৰহ আৰু সংৰক্ষণৰ মূল্য কিমান। এনে কথাও শুনিছিলো— কেতিয়াবা কোনো সাহিত্যিকৰ নিজৰ কিতাপৰ এটি কপিও নিজৰ হাতত নথকাত সেই কিতাপ বিচাৰি তালুকদাৰৰ কাষ পাইছিলগৈ। তালুকদাৰে হাঁহি হাঁহি নিজৰ পুথিভঁৰালৰ পৰা সেই সাহিত্যিক গৰাকীক তেওঁৰ কিতাপৰ এটা কপি উলিয়াই দি তেওঁক অভিভূত আৰু কৃতজ্ঞ কৰি তুলিছিল। তালুকদাৰৰ পৰাই শুনিছিলো যে দুই এজন সাহিত্যিকে নিজৰ পুথিভঁৰালৰ সকলো কিতাপ পত্ৰ উপযুক্ত স্থানত সংৰক্ষণৰ বাবে তালুকদাৰৰ হাততেই সমৰ্পণ কৰিছিল। বহুতো কিতাপ ব্যৱসায়ী আৰু সাহিত্যিকে নিজৰ প্ৰকাশিত কিতাপৰ একোটা কপি তালুকদাৰক দিয়াতো এটা নিয়মতেই পৰিণত হৈছিল। কিছুমানে কিতাপ সমালোচনাৰ বাবে আৰু কিছুমানে পিছত বিভিন্ন কাৰণত প্ৰয়োজন হব পাৰে বুলিয়েই হয়তো কিতাপ দিছিল। সেইবোৰ পিছত সাহিত্যিক গৰাকীৰ জীৱন আৰু সাহিত্য আলোচনা প্ৰসঙ্গত নাইবা তালুকদাৰে ৰচনা কৰা বছৰৰ সাহিত্য শিতানত আলোচনাৰ বাবে প্ৰয়োজন হৈছিল তাৰ উল্লেখ নিষ্প্ৰয়োজন। এই ক্ষেত্ৰত উল্লেখ কৰা ভাল হব যে তেওঁ অধিক কিতাপ আলোচনী পঢ়িৰ ধন খৰছ কৰিহে কিনি ভাল পাইছিল। আন ক্ষেত্ৰত কাৰ্পণ্যতা

কৰিলেও এই ক্ষেত্ৰত তেওঁ দ্বিধাহীনভাৱে খৰচ কৰিছিল। অকল গুৱাহাটীৰ কিতাপৰ দোকানতেই নহয় অসমৰ বিভিন্ন ঠাইৰ কিতাপৰ দোকানত পুৰণি কিতাপ বিচাৰি চলাথ কৰিছিল। ইংলণ্ডৰ নেচনেল লাইব্ৰেৰীৰ পৰা এখন পুৰণি অসমীয়া কিতাপৰ ফটো প্ৰতিলিপি কৰি আনোতে তেওঁ পাঁচশ টকালৈ খৰচ কৰিছিল। তালুকদাৰৰ গ্ৰন্থ সংগ্ৰহ কাহিনীৰ আৰু এটি ঘটনা এইখিনিতে উল্লেখ কৰা ভাল হ'ব। আৱাহন আলোচনীৰ প্ৰথম দুবছৰৰ সংখ্যা কেইটা তালুকদাৰৰ হাতত নাছিল। গাওঁৰে এজন দুখীয়া খেতিয়কৰ হাতত থকা গম পাই তালুকদাৰে দুমোন ধানৰ বিনিময়ত সেই দুবছৰৰ সংখ্যা কেইটা সংগ্ৰহ কৰে। অভাৱগ্ৰস্ত খেতিয়কজনে ধানখিনি পাই বৰ সকাহ পালে। সংগ্ৰহৰ আৰু এটি আমোদ জনক কাহিনী পাঠকৰ বাবে উপভোগ্য হ'ব। তালুকদাৰৰ হেমকোষ অভিধানৰ ২য় আৰু ৩য় সংস্কৰণ দুখন আছিল। কিন্তু প্ৰথম সংস্কৰণৰ অভিধানখন নাছিল। সেইখন তেওঁৰ বাবে একান্ত প্ৰয়োজন আছিল। এবাৰ বৰনগৰ হাইস্কুলৰ প্ৰধান শিক্ষকৰ মেজত প্ৰথম সংস্কৰণৰ অভিধানখন দেখিলে। তেওঁ নতুন সংস্কৰণৰ ২ খন অভিধান কিনি লৈ গৈ প্ৰধান শিক্ষকক দিলে আৰু তাৰ বিনিময়ত পুৰণিখন বিচাৰিলে। প্ৰধান শিক্ষক গৰাকী অবাক হ'ল, অৱশ্যে কথামতেই লগে লগে কাম হ'ল। এনে উদাহৰণ আৰু বহুত আছে।

এদিনৰ কথা। তালুকদাৰৰ লগত তেওঁৰ ঘৰত পুৱা ১০মান বজাত বহি আছো। সাহিত্য সংস্কৃতিৰ নানা সঙ্গতি বিহীন আলোচনা। এনেতে ফোনটো বাজি উঠিল। তালুকদাৰে গৈ ধৰিলে। অলপ পিছত আহি ক'লে—সিদিনাই মৃত্যু বৰণ কৰা এগৰাকী সাহিত্যিকৰ জীৱন আৰু সাহিত্যৰ বিষয়ে পিছদিনা দৈনিক কাকতত উলিয়াব পৰাকৈ এটি প্ৰবন্ধ লিখি দিব লাগে—সন্ধিয়াৰ আগে আগে পোৱাকৈ। পাঁচ ছয় ঘণ্টাৰ ভিতৰত—ইমান কম সময়ৰ ভিতৰতেই লিখাতো সহজ

কথা নহয়। কিন্তু তালুকদাৰ সন্মত হ'ল। আমাৰ আলোচনাৰ যতি পৰিল। হঠাৎ তালুকদাৰ গম্ভীৰ হৈ পৰিল। মই অনুভৱ কৰিলো হে তাত আৰু এক মূহুৰ্ত্তও থকা উচিত নহয়। পিছদিনা দেখিলো— প্ৰবন্ধ ঠিকেই ওলাইছে। অসমীয়া কবি সাহিত্যিক শিল্পীৰ মৃত্যুৰ লগে লগে এইদৰে জীৱন আৰু সাহিত্য কৰ্ম প্ৰকাশ কৰাতো তালুকদাৰৰ বাবে এটা পৰম্পৰাত পৰিণত হৈছিল।

পুৰণি অসমীয়া সাহিত্যৰ কিয বৰ্ত্তমান শতিকাৰো ভালেমান কিতাপ পত্ৰ উপযুক্ত সংৰক্ষণৰ অভাৱত হেৰাই গৈছে। বিজ্ঞান-সন্মতভাৱে ৰক্ষণাবেক্ষনৰ অভাৱত বহুতো কিতাপ পত্ৰ লুপ্ত প্ৰায হৈছে। অসমৰ বিশ্ববিদ্যালয কেইখন আৰু অসম সাহিত্য সভাৰ দৰে অনুষ্ঠান সমূহক পুৰণি কিতাপ পত্ৰৰ সংৰক্ষণৰ দাযিত্বৰ প্ৰতি সকিয়াই দি তালুকদাৰে নিজে ব্যক্তিগত প্ৰচেষ্টাতেই তেনে সংগ্ৰহ আৰু সংৰক্ষণৰ বাবে উঠি পৰি লাগিছিল। তেওঁ বিশেষকৈ উনবিংশ শতিকাৰ ওপৰত অধিক গুৰুত্ব দিছিল। উনবিংশ শতিকাৰ কিতাপ পত্ৰ, আলোচনী আৰু বাতৰি কাকত আদি সংগ্ৰহেই আছিল তেওঁৰ মূল লক্ষ্য। প্ৰবন্ধ পাতি লিখি আৰু আৰু আকাশ বাণী আদিৰ জৰীয়তে ৰচনা প্ৰচাৰ কৰি যি ধন পাইছিল সেই সকলো সংগ্ৰহৰ কামতে ব্যয় কৰিছিল। এইদৰে অক্লান্ত শ্ৰম আৰু অহৰহ প্ৰচেষ্টাৰ ফলতেই গঢ়ি উঠিছিল অসমীয়া সাহিত্য সংস্কৃতিৰ বাবে আপুৰুগীয়া তেওঁৰ সুবৃহৎ পুথিভঁৰালতো। একে আষাৰতে কব পাৰি যে আদিপাঠ নীতি শিক্ষাৰ পৰা আৰম্ভ কৰি ৰামায়ণ মহাভাৰতলৈকে আৰু গল্প, কবিতা, উপন্যাস, নাটক, প্ৰবন্ধ পুথিৰ পৰা আৰম্ভ কৰি গহীন গৱেষণা গ্ৰন্থলৈকে তেওঁৰ পুথিভঁৰালতো এক দুষ্প্ৰাপ্য গ্ৰন্থৰ ভঁৰাল। মুঠতে অসমীয়া সাহিত্যৰ চিন্তা-চৰ্চ্চা আৰু গৱেষণাকাৰী সকলৰ বাবে এক বিৰল সংগ্ৰহ।

উনবিংশ শতিকাৰ অসমীয়া সাহিত্যৰ চিন্তা চৰ্চ্চা আৰু আলোচনাৰ

দিগদৰ্শনকাৰী পুথি হিচাবে তালুকদাৰৰ 'সংবাদ পত্ৰৰ ব'দ কাচলিত অসমীয়া সাহিত্য' বিশেষভাৱে উল্লেখযোগ্য। তালুকদাৰৰ ব্যাপক তথ্য সংগ্ৰহৰো ই এক বিৰাট নিদৰ্শন। পুথিখনৰ বেটুপাতত উক্ত শতিকাত ৰচিত ১৩২ খন পুথিৰ নাম আছে। পুথিখনৰ শেহৰফালে গ্ৰন্থপঞ্জী আৰু ৰচকৰ তালিকাত ঊনবিংশ শতিকাৰ অসংখ্য গ্ৰন্থ আলোচনী আৰু লিখকৰ উল্লেখ আছে। বেটুপাতৰ পিছফালে অৰুনোদই সম্বাদ পত্ৰ'ৰ ফটো প্ৰতিলিপি আছে। অসমীয়া পুথিৰ তালিকা (১৮১৭ শক), মৌ (১৮৮৬ খৃঃ), A Dictionery, Assamese and English, অসমীয়া লৰাৰ মিত্ৰ (১৮৮০ খৃ), বিজুলী (১৮১৪ শক) আদি পুথি আৰু আলোচনীৰ প্ৰথম পৃষ্ঠা বা পৰিচয় পৃষ্ঠাৰ ফটো প্ৰতিলিপিও পুথিখনত সন্নিবিষ্ট কৰা হৈছে। পুথিখনত ঊনবিংশ শতিকাৰ সাহিত্য, অসম হিতৈষী বিদেশী চাহাব, মিছনেৰী আৰু অসমীয়া সাহিত্য, অসমীয়া ভাষা উন্নতি সাধিনী সভা, আলোচনী আৰু সংবাদ পত্ৰ আদি মুঠ ১৪টা তথ্য সমৃদ্ধ প্ৰবন্ধ আছে। তাৰ ভিতৰত অৰুনোদই, আসাম বন্ধু, মৌ, জোনাকী, বিজুলী আদি আলোচনীৰ বিষয়েও খৰচি মাৰি আলোচনা কৰা হৈছে। তাৰোপৰি ঊনবিংশ শতিকাৰ অসমীয়া পুথি, উক্ত শতিকাত প্ৰকাশিত পুথি আৰু শিক্ষানুষ্ঠান সমূহৰো বিস্তৃত আলোচনা কৰা হৈছে। এই আলোচনা-বোৰৰ মাজেদি উক্ত শতিকাৰ অসমৰ সমাজ, সাহিত্য, শিক্ষা সংস্কৃতি, ৰাজনীতি আৰু বিভিন্ন ধৰণৰ তথ্যপূৰ্ণ ছবি এখন ডাঙি ধৰিবলৈ তালুকদাৰ সক্ষম হৈছে।

পুথিখনৰ ভাষা, ৰচনা ৰীতি, বিজ্ঞানসম্মত চিন্তাৰ অনুশীলন আদি সম্পৰ্কে বিশেষ আলোচনা নকৰিও এই কথা নিসন্দেহে কব পাৰি যে ঊনবিংশ শতিকাৰ অসমীয়া বৌদ্ধিক জীৱন আৰু অসমৰ জাতীয় ঐতিহ্যৰ গুৰুত্বপূৰ্ণ তথ্য সংবাদ সংগ্ৰহ আৰু যিদৰে তাৰ পৰিবেশন কৰি থৈ গল 'সংবাদ পত্ৰৰ ব'দ কাঁচলিত অসমীয়া সাহিত্য'ই তাৰ

স্বাক্ষৰ বহন কৰি থাকিব। কোনোবা সমালোচকে হয়তো কব পাৰে—উনবিংশ শতিকাৰ যিখন ছবি তালুকদাৰে আঁকিলে সেইখন অস্পষ্ট, অসম্পূৰ্ণ। হলেও নানা প্ৰতিকুল পৰিবেশৰ মাজতো সম্পূৰ্ণ ব্যক্তিগত প্ৰচেষ্টাত যি ত্যাগ আৰু কষ্টৰ বিনিময়ত তালুকদাৰে যিখিনি কৰি থৈ গ'ল সি তুলনাবিহীন। বিশেষকৈ তালুকদাৰৰ এই গ্ৰন্থ সম্পৰ্কে ভুগবাকী বিশ্ববৰেণ্য পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ আৰু ডঃ সুনীতি কুমাৰ চেটাৰ্জীয়ে যি মত প্ৰকাশ কৰিছে (বেটুপাতৰ পিছফালে উল্লেখ কৰা হৈছে) সেয়ে তালুকদাৰৰ সাহিত্য সাধনাৰ সফল স্বীকৃতি দান কৰিছে।

আজি হিচাব নিকাচ কৰি দেখিছো মুঠ একুৰি চৈধ্য খন পুথি তালুকদাৰে ভাষা জাননীৰ বেদীত দি থৈ গ'ল। ১৯৬৬ চনত তালুকদাৰে ৩৪ বছৰ বয়সত সম্পাদনা কৰা 'অচিনা' নামৰ পুথিখনেই প্ৰথম পুথি। তাৰ পিছত একাদিক্ৰমে ১৯৮৩ চনলৈ ১৭ বছৰত মুঠ ৩৪ খন পুথি অৰ্থাৎ প্ৰতি বছৰে গড়ে দুখনকৈ পুথি ৰচনা, সম্পাদনা আৰু প্ৰকাশ কৰাতো কম কথা নহয়। অকল সংখ্যাগত দিশৰ ফালৰ পৰাই নহয় গুণগত দিশৰ ফালৰ পৰাও তালুকদাৰৰ ৰচনাখিনি জাতীয় সাহিত্যৰ এক অমূল্য সম্পদ।

অসাধাৰণ পাণ্ডিত্য আৰু চকু চাট মাৰি ধৰা ব্যক্তিত্বৰ জিলিঙনি তালুদাৰৰ নাছিল সঁচা কিন্তু ঐকান্তিক নিষ্ঠা আৰু অবিশ্ৰান্ত কৰ্ম প্ৰেৰণাৰে জীৱন কালতেই এক কিংবদন্তী পুৰুষ হৈ পৰিছিল নন্দ তালুকদাৰ। অবিৰত সাধনা আৰু নিৰবচ্ছিন্ন প্ৰচেষ্টাৰে তালুকদাৰে যি আপুৰুগীয়া সাহিত্য সংবাদ পৰিবেশন কৰি জাতীয় চৈতন্য আৰু অতীতৰ প্ৰতি এক শ্ৰদ্ধাশীল ঐতিহ্যৰ সৃষ্টি কৰি থৈ গ'ল সমগ্ৰ অসমীয়া জাতিয়েই তাৰ বাবে কৃতজ্ঞ হৈ থাকিব।

× × ×

# নন্দ তালুকদাৰৰ গ্ৰন্থৰ তালিকা

## (১) জীৱনী

১। বনফুলৰ চুৱৰা কবি (১৯৭০)
২। হেমবৰুৱা প্ৰতিভা আৰু ব্যক্তিত্ব (১৯[illegible]১)
৩। চিৰ চেনেহী মোৰ ভাষা জননী (১৯৭৬)
৪। হেমবৰুৱা (১৯৭৮)
৫। প্ৰসন্নলাল (১৯৭৮)
৬। কালিৰাম মেধি (১৯৭৮)
৭। জীৱন স্মৰণ (১৯৭৮)
৮। সীতানাথ ব্ৰহ্ম চৌধুৰী (১৯৮১)
৯। সূৰ্য্য কুমাৰ ভূঞা (১৯৮৪)
১০। বিৰিঞ্চি কুমাৰ বৰুৱা (আধৰুৱা)
১১। জীৱন সঙ্গম (অপ্ৰকাশিত)

## (২) সমালোচনা

১২। কবি আৰু কবিতা (১৯৬৯)
১৩। অসমীয়া সাহিত্য বিচিত্ৰা (১৯৭২)
১৪। সংবাদ পত্ৰৰ ব'দ কাচলিত অসমীয়া সাহিত্য (১৯৭৫)

## (৩) শিশু সাহিত্য

১৫। তাহানিৰ সাধু (১৯৭৭)

## (৪) সম্পাদিত ৰচনাৱলী

১৬। কনকলাল বৰুৱা ৰচনাৱলী (১৯৭৩)

১৭। নবীন চন্দ্ৰ বৰদলৈ (১৯৭৫)

১৮। আনন্দৰাম ঢেকিয়াল ফুকনৰ ৰচনা সংগ্ৰহ (১৯৭৭)

১৯। লম্বোদৰ বৰা ৰচনাৱলী (১৯৮৩)

২০। পদ্মাৱতী দেৱী ফুকননীৰ ৰচনাৱলী

(৫) সম্পাদিত অন্যান্য গ্ৰন্থ

২১। অচিনা (১৯৬৬)—অমূল্য বৰুৱাৰ কবিতা সংকলন

২২। চন্দ্ৰস্মৃতি (১৯৬৭)

২৩। ডিম্বেশ্বৰ নেওগ স্মৃতিগ্ৰন্থ (১৯৬৭)

২৪। ৰঘুনাথ চৌধুৰী স্মৃতিগ্ৰন্থ (১৯৬৮)

২৫। অম্বিকাগিৰি স্মৃতিগ্ৰন্থ (১৯৬৮)

২৬। ৰৌদ্ৰ নীলিমা (১৯৬৯)—যুটীযাভাৱে সম্পাদিত

২৭। অসম সাহিত্য সভাৰ পঞ্চাশ বছৰ

২৮। নীলমণি ফুকনৰ মানস প্ৰতিমা (১৯৭২)

২৯। তিনিখন অঙ্কীযা নাট (১৯৭৪)

(ক) ৰুক্মিণী হৰণ

(খ) পাৰিজাত হৰণ

(গ) অৰ্জ্জুন ভঞ্জন

৩০। বিচিত্ৰ নাৰায়ণ স্মৃতি গ্ৰন্থ (১৯৭৬)—যুটীযাভাৱে সম্পাদিত

৩১। খটাসুৰ বধ (১৯৭৮)

৩২। এলোকেশী বেশ্যাৰ বিষয় আৰু কণি বেহেকৰাৰ বিষয (১৯৮০)

৩৩। স্নাতকৰ কাব্যপ্ৰভা (১৯৮৬)—সম্পাদক মণ্ডলীত অন্তৰ্ভুক্ত

৩৪। Ananda Ram Dhekial Phookan and the Early Nineteeth century Renissance of Assam (1983)
—গবেষণা গ্ৰন্থ

## নন্দ তালুকদাৰ জড়িত থকা
## অসমৰ বিভিন্ন কেইটামান অনুষ্ঠান

১। অসম লেখক সমবায়—সম্পাদক (১৯৬৬)
২। অসম একাডেমী ফৰ কালচাৰেল ৰিলেচনচ্—যুঃ সম্পাদক(১৯৬৬)
৩। অসম সাহিত্য সভা—সহঃ সম্পাদক (১৯৬৬-৭০)
৪। জোনবাই—সহঃ সম্পাদক (১৯৬৬)
৫। বি বৰুৱা কলেজ আলোচনী—সম্পাদক (১৮৮০ শক)
৬। অসম কলেজ শিক্ষক সংস্থা—আলোচনী সম্পাদক
৭। মালীগাওঁ সাহিত্য সভা—সভাপতি (১৯৬৫-৭০)
৮। গুৱাহাটী সাহিত্য সভা—সম্পাদক (১৯৬২)
৯। কামৰূপ অনুসন্ধান সমিতি
১০। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া পাঠ্যক্রম নির্দ্ধাৰণ সমিতিৰ সদস্য।
১১। পাণ্ডু কলেজ শিক্ষক সংস্থা (উপদেষ্টা)